লেখকসকল

অধ্যাপক অমিয়কুমাৰ শৰ্ম্মা

অধ্যাপক দেৱপ্ৰসাদ বৰুৱা

ডঃ প্ৰফুল্লদত্ত গোস্বামী

অধ্যাপক লক্ষ্মীপ্ৰসাদ দত্ত

# সূচী

# ভূমিকা

'প্ৰাচীন সভ্যতা' প্ৰকাশন পৰিষদৰ শিশু-সাহিত্য গ্ৰন্থমালাৰ পঞ্চম পুথি। ইয়াৰ আগতে শিশু-সাহিত্য গ্ৰন্থমালাৰ চাৰিখন পুথি প্ৰকাশ হৈ গৈছে। প্ৰকাশন পৰিষদৰ উদ্দেশ্য আৰু আঁচনিৰ কথা ইয়াৰ আগতে প্ৰকাশ হোৱা পুথিতে জনোৱা হৈছে।

শিশু-সাহিত্য ৰচনা ·কৰা আৰু প্ৰকাশ কৰা অতিশয় টান কাম। শিশুৰ উপযোগীকৈ বিষয়-বস্তুখিনি বাছি উলিওৱাৰ পিছতো শব্দচয়ন, ভাষাৰ গঢ় আৰু প্ৰকাশভঙ্গীৰ সমস্যা থাকে। এই সকলোবোৰ সমস্যা সমাধান কৰি লিখাৰ পিছতো শিশুৰ মন আকৰ্ষণ কৰিব পৰাকৈ ছপাই উলিয়াৰ আহুকাল থাকে।

আজি কালি সকলো উন্নত ভাষাৰ সাহিত্যতে শিশুৰ বয়সৰ পৰ্য্যায় নিৰ্ণয় কৰি বেলেগ বেলেগ বয়সৰ পৰ্য্যায় লৰা-ছোৱালীৰ বাবে সাহিত্য প্ৰণয়ন আৰু প্ৰকাশৰ কাম চলিছে। বয়সৰ পৰ্য্যায়ৰ ক্ষেত্ৰত ইউৰোপ, আমেৰিকা আদি দেশত শিশুৰ বয়সৰ যিবিলাক পৰ্য্যায় ভাগ কৰা হৈছে, সেইবিলাক সম্পুৰ্ণৰূপে আমাৰ দেশৰ শিশুৰ মানসিক বিকাশৰ সৈতে নিমিলে। উদাহৰণ স্বৰূপে, তিনি বছৰৰপৰা ছ-বছৰৰ শিশুৰ বয়সৰ যিটো পৰ্য্যায ভাগ কৰা হৈছে, সেই পৰ্য্যায়ৰ শিশু আমাৰ দেশৰ নগৰবোৰত পোৱা হলেও গাঁৱত পোৱা টান হব।

তিনি বছৰৰপৰা ছ বছৰ, সাত বছৰৰপৰা দহ বছৰ, এঘাৰ বছৰৰ পৰা তেৰ বছৰ, চৈধ বছৰৰপৰা যোল বছৰ , শিশুৰ বয়সৰ এই চাৰিটা ভাগ ভাৰততো কৰা হৈছে আৰু প্ৰত্যেক পৰ্য্যায়ৰ বাবে কিছুমান বিষয় নিৰ্ব্বাচন কৰা হৈছে।

প্ৰকাশন পৰিষদে শিশুৰ বয়সৰ এই পৰ্য্যায় কেইটা যথা সম্ভৱ অনুসৰণ কৰি, শেষৰ দুটা পৰ্য্যায়ত পৰা লৰা-ছোৱালীৰ বাবে পুথি প্ৰণয়ন আৰু প্ৰকাশৰ ব্যৱস্থা প্ৰকাশন পৰিষদে হাতত লৈছে।

'প্ৰাচীন সভ্যতা'ৰ বিষয়-বস্তু আৰু ৰচনা শিশুতকৈ চেমনীয়াৰ বাবেহে বেছি উপযোগী হৈছে। চেমনীয়াৰ কাৰণে সুকীয়াকৈ ভাগ এটা কৰা অসুবিধাজনক। সেই বাবে শিশু-সাহিত্যৰ ভিতৰতে প্ৰাচীন

সভ্যতাক ঠাই দিয়া হৈছে। হাইস্কুলৰ ৬ৰ্থ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰী আৰু সেই পৰ্য্যায়ৰ বুদ্ধি-বৃত্তি আৰু মানসিক প্ৰস্তুতি থকা লৰা-ছোৱালীৰ বাবে পুথিখন উপযোগী হব বুলি আশা ৰখা হৈছে। লগতে বিশেষজ্ঞৰ বাহিৰে সাধাৰণ পাঠকেও পঢ়ি একে ঠাইতে পৃথিবীৰ প্ৰাচীন সভ্যতা কেইটা মানৱ বিষয়ে জানিব পাৰিব।

সিন্ধু সভ্যতা, এচিৰীয়া বেবিলনৰ সভ্যতা, নীল উপত্যকাৰ সভ্যতা আৰু গ্ৰীক সভ্যতা—এই চাৰিটা মহান প্ৰাচীন সভ্যতাৰ প্ৰত্যেক বিষয়ে একো অধ্যায়কৈ চাৰি অধ্যায়ত পুথিখন ভাগ কৰা হৈছে। এই পুথিত থকা প্ৰত্যেক সভ্যতাৰ বিষয়ে বহুত গবেষণা আৰু প্ৰচাৰ হৈছে, বহুত গ্ৰন্থও ৰচিত হৈছে। সেই বিলাক প্ৰামাণ্য গ্ৰন্থৰ আধাৰত প্ৰত্যেক সভ্যতাৰ বৈশিষ্ট্য আৰু আদৰ্শ প্ৰকাশ হোৱাকৈ নিচেই চমুকৈ এই অধ্যায় কেইটা ৰচিত।

চাৰিটা অধ্যায় চাৰিজন বেলেগ লেখকে লিখা বাবে আৰু প্ৰত্যেকৰে দৃষ্টিভঙ্গী অলপ স্বকীয়া হোৱা বাবে বৰ্ণনাৰ ৰীতি সম্পূৰ্ণ একে হোৱা নাই। ইয়াৰ বাহিৰেও সভ্যতাৰ নিজা বৈশিষ্ট্যয়ো একোটা বিষয়ত প্ৰাধান্য দিছে। উদাহৰণ স্বৰূপে সিন্ধুসভ্যতা আৰু গ্ৰীক্ সভ্যতাৰ কথালৈকে আঙ্গুলিয়াব পাৰি। সিন্ধু সভ্যতাৰ ৰাজনীতি, শাসন প্ৰণালী, সাহিত্য আৰু দৰ্শনৰ বিষয়ে একো জনা নাযায়, আনহাতে গ্ৰীক্ সভ্যতা বুলিলে গ্ৰীচৰ শাসন-পদ্ধতি, দৰ্শন-সাহিত্যকে ঘাইকৈ বুজা যায়। গতিকে প্ৰত্যোক সভ্যতাৰ বিৱৰণ একে ৰূপে দিয়া সম্ভৱ নহয়।

আমাৰ অনুৰোধ ক্ৰমে অধ্যাপক শ্ৰীঅমিয়কুমাৰ শৰ্ম্মা, অধ্যাপক শ্ৰীদেৱপ্ৰসাদ বৰুৱা, অধ্যাপক ডঃ প্ৰফুল্লদত্ত গোস্বামী আৰু অধ্যাপক শ্ৰীলক্ষ্মীপ্ৰসাদ দত্ত দেৱে অনুগ্ৰহ কৰি একো একো অধ্যায় লিখি দিয়া বাবে তেখেত সকললৈ কৃতজ্ঞতা জনাইছো। বঢ়া-টুটা শুধৰাই দিয়া ৰাবে ডঃ সত্যেন্দ্ৰনাথ শৰ্ম্মালৈকো আমাৰ ধন্যবাদ জনাইছোঁ।

অশেষ চেষ্টা কৰা সত্বেও দুই-এটা ছপাৰ ভুল থাকি যোৱা বাবে আমি পাঠকৰ ওচৰত মাৰ্জ্জনা বিচাৰিছো।

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী

# পুথি প্ৰসঙ্গ

মহাসাগৰৰ ঢৌ যেনেকৈ উঠা-নামা কৰে নাইবা ৰথৰ চকৰিৰ অংশবোৰে গতিপথত যেনেকৈ তল ওপৰ হৈ যায় তেনেকৈ মানৱ জাতিৰ সভ্যতা পৰিৱৰ্ত্তনৰ সোঁতত একো ঠাইত ওপৰলৈ উঠিছে, একো ঠাইত তললৈ নামিছে। গোটেই পৃথিৱীত সিচৰতি হৈ থকা বিভিন্ন মানৱ গোষ্ঠীয়ে একেলগে বা সমানে আগবঢ়া নাই। বৰ্ত্তমান বিজ্ঞানৰ চৰম উন্নতিৰ যুগত যান-বাহনৰ সুবিধাৰ কাৰণে গোটেই পৃথিবী একত্ৰিত ভাৱে আগবাঢ়িবৰ যথেষ্ট সুবিধা হৈছে। এঠাইত কিবা এটা আবিষ্কাৰ হলে পৃথিবীৰ আন ঠায়েও সহজে সেই আবিষ্কাৰৰ সুবিধা গ্ৰহণ কৰিব পৰা হৈছে। কিন্তু প্ৰাচীন যুগত এনে সুবিধা নথকাত এঠাইৰ সভ্যতাই দূৰৱৰ্ত্তী আন এঠাইত সহজে প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰিছিল, ফলত একে সময়ত এঠাইত মানুহে গুহাত বাস কৰিছিল। আন এঠাইত সভ্যতাৰ উচ্চ শিখৰত উঠি সুখ-সুবিধা আৰু বিলাসৰ অধিকাৰী হৈছিল। বিভিন্ন ঠাইত গঢ়ি উঠা সভ্যতাৰ চানেকিও এনে আছিল, স্থান-কাল-পাত্ৰ ভেদে বিভিন্ন ৰূপ পৰিগ্ৰহ কৰিছিল।

একোখন ডাঙৰ নদীক কেন্দ্ৰ কৰিয়েই প্ৰাচীন কালৰ বেছিভাগ সভ্যতাৰ বিকাশ ঘটিছিল। ভাৰতৰ সিন্ধু, মধ্য-প্ৰাচ্যৰ ইউফ্ৰেটিচ আৰু টাইগ্ৰীচ, ইজিপ্তৰ নীলনদী প্ৰাচীন সভ্যতা বিশেষৰ স্নায়ু-পথ আছিল। এই সভ্যতাৰ প্ৰকৃতি কেনে আছিল, মানুহবোৰে কেনেকৈ জীৱন-নিৰ্ব্বাহ কৰিছিল, তেওঁলোকৰ ধৰ্ম্ম, সমাজ, ৰাজনৈতিক অৱস্থা আৰু সাংস্কৃতিক বিকাশ কেনেধৰণৰ আছিল—ইত্যাদি বিষয়ে মোটামুটি ভাৱে জনা সকলো পোহৰ-প্ৰয়াসী ছাত্ৰৰে কৰ্ত্তব্য। কিন্তু সহজে এইবোৰ কথা জানিবপৰা পুথি আমাৰ ভাষাত নাই। এই কাৰণেই পৃথিৱীৰ

চাৰিটা অতি প্ৰাচান সভ্যতাৰ থুল-মূল বিৱৰণ এই পুথিত সংযোগ কৰা হৈছে। অসমৰ চাৰিজন ঐতিহাসিক পণ্ডিতে চাৰিটা সভ্যতাৰ বিষয়ে পৃথক ভাৱে এই পুথিত আলোচনা কৰিছে। সভ্যতাৰ প্ৰকৃতি বিভিন্ন হোৱাৰ কাৰণে আৰু লেখক সকলৰ দৃষ্টিভঙ্গীও কিছু বেলেগ হোৱাৰ কাৰণে বিষয়-বস্তুৰ ৰূপায়ন অলপ বেলেগ হোৱাতো স্বাভাৱিক। তথাপি আমাৰ উঠি অহা মজলীয়া ছাত্ৰ-ছাত্ৰীক এই আলোচনা কেইটাই পোহৰৰ পথত দোখোজমান আগবঢ়াই নিব বুলি আমাৰ বিশ্বাস।

কেৱল স্কুলৰ ছাত্ৰ-ছাত্ৰীয়ে নহয়, যি সকলে বিশ্ববিত্থালয়ত প্ৰৱেশ কৰিব নোৱাৰি স্কুলীয়া শিক্ষা লৈয়ে অধায়ন শেষ কৰিব লগা হল, তেওঁলোকৰ পক্ষেও এই পুথি সহায়ক হব বুলি আমাৰ বিশ্বাস।

শ্ৰীসত্যেন্দ্ৰনাথ শৰ্ম্মা



হৰপ্পাৰ ভগ্নাৱশেষ

[ ভাৰত চৰকাৰৰ পুৰাতত্ত্ব বিভাগৰ সৌজন্যত ]

# সিন্ধু উপত্যকাৰ সভ্যতা

ভাৰতবৰ্ষত কেতিয়াৰপৰা মানুহৰ বসতি বিস্তাৰ হল তাক কোনেও সঠিককৈ কব নোৱাৰে। পণ্ডিত সকলে প্ৰমাণ পাইছে যে অতি পুৰণি কালত বুৰঞ্জীয়ে ঢুকি নোপোৱা যুগত খহটা, শিলৰ অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰ কৰা এবিধ অসভ্য মানুহ ভাৰতবৰ্ষত বাস কৰিছিল। তেওঁলোকৰ নিবাসস্থল আছিল পৰ্ব্বতৰ গুহা আদিত। তেওঁলোকে জন্তু চিকাৰ কৰি কেঁচা মাংস আৰু গছৰ ফলমূল খাইছিল। সভ্যতাৰ একো ভূ-কে যেন তেওঁলোকে নেপাইছিল। এই মানুহবিলাকক বুৰঞ্জীত প্ৰস্তৰ যুগৰ মানুহ আখ্যা দিয়া হৈছে। এই মানুহবিলাকৰ পিচত এওঁলোকতকৈ কিছুদূৰ সভ্য এটা জাতিৰ মানুহে ভাৰতত বাস কৰে। তেওঁলোকে ঘৰ-দুৱাৰ সাজি লব জানিছিল, খেতি-বাতি কৰিছিল আৰু তেওঁলোকৰ অস্ত্ৰ-শস্ত্ৰবিলাকো মিহি আৰু নিমজ আছিল। এই জাতি মানুহক বুৰঞ্জীত নৱ-প্ৰস্তৰ যুগৰ মানুহ আখ্যা দিয়া হৈছে। নৱ-প্ৰস্তৰ যুগৰ শেষ আৰু আৰ্য্যবিলাকৰ বসতি বিস্তাৰৰ মাজৰ কালছোৱাত বাস কৰা লোকসকলৰ বিষয়ে সবিশেষ জানিবলৈ পোৱা টান।

আজি প্ৰায় দুকুৰিমান বছৰৰ আগলৈকে বুৰঞ্জীবিদ্‌সকলৰ ধাৰণা আছিল যে আৰ্য্যবিলাক ভাৰতলৈ অহাৰ লগে লগেহে ভাৰতীয় প্ৰাচীন সভ্যতাৰ আৰম্ভ হয়। আৰ্য্যবিলাক ভাৰতলৈ অহাৰ আগতে ভাৰতত কোল, ভীল, চাওতাল আদি জাতিবিলাকে বাস কৰিছিল। আৰ্য্যবিলাকৰ বসতিৰ লগে লগেহে ভাৰতত কৃষ্টি সভ্যতাৰ উদয় হয়। কিন্তু দক্ষিণ পঞ্জাবৰ মণ্ট্‌গমাৰি জিলাৰ হৰপ্পাত আৰু সিন্ধুপ্ৰদেশৰ

লাৰকানা জিলাৰ মহেঞ্জদাৰোত মাটি খানি যিবিলাক বুৰঞ্জীয়ে ঢুকি নোপোৱা যুগৰ নিদৰ্শন পোৱা গৈছে, তাৰপৰা বুৰঞ্জীবিদ সকলৰ আগৰ ধাৰণা পৰিৱৰ্ত্তন হৈছে। আৰু তেওঁলোকে এই সিদ্ধান্তত উপনীত হৈছে যে, আৰ্য্যবিলাক ভাৰতলৈ অহাৰ অন্ততঃ এহেজাৰ বছৰৰ আগেয়ে সিন্ধু নৈৰ উপত্যকাত এটি অতি সু-সভ্য জাতিয়ে বাস কৰিছিল। হৰপ্পা, মহেঞ্জদাৰো আদি ঠাইবিলাক আজি কালি পশ্চিম পাকিস্থানৰ অন্তৰ্গত। এই সভ্যতা সিন্ধুনৈৰ উপত্যকাত উদ্ভৱ হৈছিল দেখি, ইয়াক সিন্ধু উপত্যকাৰ সভ্যতা বা সিন্ধু-সভ্যতা বোলে।

১৯২২ খৃষ্টাব্দত অধ্যাপক ৺ৰাখালদাস বানাৰ্জ্জীয়ে মহেঞ্জদাৰোত এটা বৌদ্ধ মঠৰ ভগ্নাৱশেষ খনন কাৰ্য্যত লাগি থাকোঁতে কিছুমান খড়িয়া পাথৰৰ মোহৰ আবিষ্কাৰ কৰে। এই মোহৰবিলাকত জন্তু আদিৰ ছবিৰ সহায়ত লিখা এবিধ লিপি পোৱা হয়। এনেকুৱা মোহৰ আগেয়ে পঞ্জাবৰ হৰপ্পাত পোৱা হৈছিল। এই আবিষ্কাৰে এটা অনুপ্ৰেৰণা যোগোৱাত ভাৰতবৰ্ষৰ প্ৰত্নতত্ব বিভাগৰ চেষ্টাত এই দুয়োখন নগৰৰ মাটি খান্দি অনুসন্ধান চলোৱাত এটি অতি প্ৰাচীন নগৰীয়া সভ্যতাৰ নিদৰ্শন পোৱা হৈছে।

যি কোনো দেশৰ বুৰঞ্জী পঢ়িলে দেখা যায় যে, প্ৰকৃতিৰ দান বিলাকে দেশখনৰ বুৰঞ্জীৰ ওপৰত কিছুদূৰ প্ৰভাৱ বিস্তাৰ কৰে। প্ৰকৃতিৰ দানবিলাকৰ ভিতৰত নৈ হৈছে এটা উল্লেখযোগ্য দান। দেখা যায় যে, প্ৰাচীন মিচৰীয় সভ্যতাৰ সৃষ্টি হৈছিল নীল নৈৰ পাৰত, বেবিলনীয় আৰু এচিৰীয় সভ্যতাৰ অভ্যুদয় হৈছিল ইউফ্ৰেটিচ্ আৰু টাইগ্ৰিচ্ নৈৰ পাৰত; সেইদৰে প্ৰাচীন ভাৰতীয় প্ৰাক্ আৰ্য্যসভ্যতাৰো উৎপত্তি হৈছিল সিন্ধু নৈৰ উপত্যকাত। সম্ভৱতঃ অতি পুৰণি কালৰ সিন্ধুদেশ অতি সাৰুৱা, শস্য-শ্যামলা আৰু ডাঠ হাবিৰে ভৰা আছিল। খনন কাৰ্য্যৰ ফলত যিবিলাক জন্তুৰ মূৰ্ত্তি পোৱা গৈছে, তাৰ অনেকেই

ডাঠ হাবিত বাস কৰা জন্তু। মহেঞ্জদাৰোৰ মাটিৰ তলত যিবিলাক জল-নিয়ন্ত্ৰৰ ব্যৱস্থা দেখা গৈছে, তাৰপৰা অনুমান হয় যে, সিন্ধুদেশত অতীজত বান-পানীয়ে বৰ উৎপাত কৰিছিল। ঘৰ-দুৱাৰ আদি সাজোঁতে জুইত পোৰা ইটা ব্যৱহাৰ কৰা হৈছিল। তাৰ পৰা অনুমান কৰিব পাৰি যে সিন্ধুদেশত সেই সময়ত অতিপাত বৃষ্টি হৈছিল।

## হৰপ্পা আৰু মহেঞ্জদাৰোত আবিষ্কৃত হোৱা সভ্যতাৰ নিদৰ্শন

মহেঞ্জদাৰোৰ অৰ্থ হৈছে মৃত সকলৰ স্তুপ। এই নাম কেনেকৈ হল তাৰ প্ৰকৃত ব্যাখ্যা দিব নোৱাৰি। বোধকৰো অতীতৰ মৃতক সকলৰ দেহবিলাক এই ঠাইত মাটিৰ তলত পোত খাই আছিল দেখিয়েই পৰৱৰ্ত্তী কালত এই নাম 'হবলৈ পালে। খনন কাৰ্য্যৰপৰা বুজা যায় যে মহেঞ্জদাৰো নগৰৰ অনেকবাৰ উত্থান পতন হৈছিল। এই ঠাইখন ঠায়ে ঠায়ে ২০ ফুটৰপৰা ৭০ ফুটলৈকে ডাঠ মাটিৰ দ'মে ঢাকি ৰাখিছিল। এই মাটিৰ দ'মৰ ওপৰ ভাগৰপৰা মাটিৰ তলত থকা পানীলৈকে সাত তৰপ বা স্তৰ মাটি খান্দি উলিওৱা হৈছে। ভূ-তত্ববিদ্ পণ্ডিতসকলৰ মতে ওপৰত থকা তিনি তৰপ মাটি সিন্ধু সভ্যতাৰ শেষৰ যুগৰ, মাজৰ তিনি তৰপ মধ্যৱৰ্ত্তী যুগৰ আৰু আটাইতকৈ তলৰ তৰপ—সিন্ধু সভ্যতাৰ আদি যুগৰ নিদৰ্শন।

## নগৰ আৰু গৃহ নিৰ্ম্মাণৰ ব্যৱস্থা

মহেঞ্জদাৰো নগৰৰ ভগ্নাৱশেষ দেখিলে এখন আধুনিক নগৰৰ ভগ্নাৱশেষ যেন হে লাগে। এই নগৰৰ ৰাজআলিবোৰ আহল বহল। এই আলিবাট বোৰেদি যান-বাহন আৰু খোজ কাঢ়ি অহা-যোৱা কৰা মানুহ অবাধে অহা-যোৱা কৰিব পাৰে। নগৰ খনলৈ লক্ষ্য কৰিলে সহজে কব পাৰি যে নগৰখন সুচিন্তিত পৰিকল্পনাৰ সহাযতহে তৈয়াৰ কৰা হৈছিল। পোন বহল আলিবাটবিলাক সমান্তৰাল ভাবে নগৰৰ

এমূৰৰপৰা আনমূৰলৈ বিস্তৃত হৈ আছে। এই আলিবাটবিলাকে লম্বভাবে কটাকটি কৰি নগৰখন কেইবাটাও সমান ভাগত ভাগ কৰিছে। ডাঙ্গৰ আলিবিলাকৰ দাঁতিত অট্টালিকাবিলাকে শোভা কৰিছে। আলিবিলাক বহলে ৯ ফুটৰপৰা ৩৪ ফুটলৈ। এই সমান ভাগ বিলাকৰ মাজেদি যোৱা সৰু সৰু আলিবিলাকে সেই ভাগ বিলাকক আকৌ সৰু সৰু ভাগত বিভক্ত কৰিছে। এই সৰু সৰু আলিবাটবিলাকৰ দাঁতিত শাৰী শাৰী মানুহ থকা ঘৰ। প্ৰত্যেক সৰু আলিৰ কাষতে একোটাকৈ ৰাজহুৱা কুঁৱা। প্ৰায়বিলাক মানুহৰ ঘৰতে একোটাকৈ নিজা কুঁৱা আৰু গাধোৱা ঘৰ।

নগৰৰপৰা পানী ওলাই যোৱা ব্যৱস্থাটো অতি উৎকৃষ্ট। নগৰৰ ভগ্নাৱশেষৰপৰা কোনখিনি ঠাইত শিল্প আৰু বাণিজ্যৰ কেন্দ্ৰ আছিল, কোনখিনি ঠাইত দোকানী আৰু কাৰিকৰবিলাক বাস কৰিছিল, আৰু কোনখিনি ঠাইত ডাঙৰ ডাঙৰ অট্টালিকাবিলাক আছিল, সহজতে অনুমান কৰিব পাৰি। মহেঞ্জদাৰোৰ ঘৰবিলাকৰ কাৰু-কাৰ্য্য জাক্‌জমকীয়া নহয়, ই সাধাৰণ ধৰণৰ। কাঠৰ কিবা ফুলজালি আছিল যদিও, এতিয়া ইয়াৰ একো চিন পোৱা নেযায়। ঘৰ-দুৱাৰ সাজোঁতে সৌন্দৰ্য্যতকৈ সুবিধাৰ ওপৰতহে বেছি গুৰুত্ব দিয়া হৈছিল। হৰপ্পা নগৰ মহেঞ্জদাৰোতকৈ আযতনত বেছি আহল বহল। এই নগৰ মহেঞ্জদাৰোতকৈ অধিক কাল জীয়াই আছিল। মহেঞ্জদাৰোৰ তুলনাত হৰপ্পাত কুঁৱা বৰ কম পোৱা গৈছে। হৰপ্পাত আবিষ্কৃত হোৱা ঘৰ বিলাকৰ ভিতৰত আটাইতকৈ ডাঙৰ ঘৰটো হৈছে এটা শস্যৰ ভৰাঁল। ইয়াৰ দীঘ আৰু পুতল যথাক্ৰমে ১৬৯ ফুট আৰু ১৩৫ ফুট। মাজত ২৩ ফুট বহল ওখ ভেটিৰে সৈতে এখন চোতালে ঘৰটোক দুটা ভাগত বিভক্ত কৰিছে। হৰপ্পাত আবিষ্কৃত হোৱা আন এটা ঘৰ হৈছে বনুৱা-বিলাকৰ নিবাস। এই বাসস্থানত ১৪টা ঘৰ আছে। এই ঘৰবিলাক এটা সৰু অহা-যোৱা বাটে দুটা ভাগত বিভক্ত কৰিছে। প্ৰত্যেক

ঘৰৰ চাৰিওফাল মুকলি। প্ৰত্যেক ঘৰতে একোখন চোতাল আৰু দুটাকৈ কোঠা আছে। হৰপ্পা আৰু মহেঞ্জদাৰোত দুৰ্গ আবিষ্কৃত হোৱা নাই।

## ঘৰ সজাৰ সঁজুলি

মহেঞ্জদাৰোৰ ঘৰৰ বেৰ, চোতাল, গাধোৱা ঘৰ, পানী যোৱা নলা আদিত পকা ইটা বেছি পৰিমাণে ব্যৱহাৰ কৰা হৈছিল। ঘৰৰ ভেটি বান্ধোতে ৰ'দত শুকুৱা ইটাও ব্যৱহাৰ কৰা হৈছিল। ইটাবিলাক গঠনত আয়তক্ষেত্ৰৰ আকাৰৰ আৰু এই ইটা আজি-কালিৰ ভাল ইটাতকৈ কোনো গুণে হীন নাছিল। কুঁৱা তৈয়াৰ কৰোঁতে দীঘলীয়া ইটা আৰু গাধোৱা ঘৰত মিহি ইটা ব্যৱহাৰ কৰা হৈছিল। চানহুদাৰু বোলা ঠাইত বেকা ভাজ থকা ইটাও পোৱা হৈছে। মহেঞ্জদাৰোত ইটাৰ ভেটাও আবিষ্কৃত হৈছে। পকীঘৰ সাজোঁতে সাধাৰণতে বোকাৰে গাঠনি বা লেপন দিয়া হৈছিল। পানী যোৱা নলা, গাধোৱা ঘৰ আদিত জিপ্‌চাম বা চূণ আৰু পানীৰে তৈয়াৰ কৰা এবিধ মচলাৰে গাথনি দিয়া হৈছিল।

সিন্ধু উপত্যকাত যিবিলাক ঘৰ আবিষ্কৃত হৈছে সেইবিলাকক তিনিটা ভাগত ভাগ কৰিব পাৰি (১) মানুহ থকা ঘৰ (২) ডাঙৰ অট্টালিকা (৩) ৰাজহুৱা স্নানাগাৰ বা গাধোৱা ঘৰ। থকা ঘৰ বিলাকৰ আকাৰ সকলোৰে সমান নহয়। কিছুমানৰ মুঠেই দুটা কোঠা, কিছুমানৰ ঘৰৰ আকৌ কোঠা অনেক। অট্টালিকাবিলাকৰ কাৰুকাৰ্য্যও সাধাৰণ। অনেক ঘৰ দুমহলীয়া। ঘৰবিলাকলৈ প্ৰধান আলিৰপৰা সোমাবলৈ উপযুক্ত বাট আছে। ঘৰৰ পদূলিতে দুৱাৰ-ৰখীয়া থকা কোঠা। ঘৰবিলাক যেনে আহল বহল, কোঠাবিলাকো তেনে আহল বহল। প্ৰায় ঘৰবিলাকৰ সমীপতে একোটাকৈ কুঁৱা আছে। কুঁৱাৰ ওচৰতে বাচন-বৰ্ত্তন ধুবলৈ এডোখৰ পকা কৰা

ঠাই আৰু এই ঠাইৰপৰা পানী ওলাই যাবলৈ একোটাকৈ নলা আছে। প্ৰত্যেক ঘৰতে একোটাকৈ গাধোৱা ঘৰ। ঘৰৰপৰা লেতেৰা পানী ওলাই গৈ আলি কাষৰ নলা বা নৰ্দ্দমাত পৰিবলৈ



প্ৰাসাদৰ ভিতৰ ফাল

প্ৰত্যেক ঘৰতে ঢাকনি থকা নলী বা নৰ্দ্দমা আছে। মুকলি চোতালখন সিন্ধু উপত্যকাৰ এটা চাবলগীয়া বস্তু। ইয়াৰ চাৰি-

ওফালে কোঠা। ঘৰৰ দুৱাৰ খিড়িকীবিলাক এই চোতাল খনৰ ফাললৈ মুখ কৰি জপোৱা মেলা কৰা হয়। চোতালৰ এচুকত এটা ৰান্ধনি ঘৰ। তলৰ মহলত এটা গুদাম ঘৰ আৰু ঘৰৰ পাচফালে এটা পাইখানা। কিছুমান মাটিৰ পাত্র আবিষ্কৃত হৈছে, যিবিলাক পাইখানা ঘৰত ব্যৱহাৰ কৰা হৈছিল বুলি কোৱা হৈছে। তাৰ পৰা অনুমান হয় যে ওপৰ মহলাতো শৌচ-প্রস্রাব কৰাৰ ব্যৱস্থা আছিল। গাধোৱা ঘৰবিলাক অহা-যোৱা বাটৰ ফাললৈকে তৈয়াৰ কৰা হৈছিল। এইবোৰ মিহি ইটাৰে তৈয়াৰ কৰা হৈছিল। গাধোৱা ঘৰৰ মজিয়াখন কোনো এটা চুকলৈ হেলনীয়া। ইয়াৰ পানী নলাইদি গৈ বাটৰ দাঁতিৰ নলাত পৰিছিল গৈ। পানী যোৱা নলা থকাৰপৰা অনুমান কৰিব পাৰি যে, ওপৰ মহলাতো গাধোৱা ঘৰ আছিল। ঘৰবিলাকৰ ভিতৰলৈ বতাহ চলাচল কৰিব পৰাকৈ খিড়িকীবিলাকত জালনা দিয়া হৈছিল। প্রত্যেক ঘৰতে পকা খট্‌খটি পোৱা হৈছে। ঘৰ-দুৱাৰ, খিড়িকী আৰু ওপৰ ভাগত কাঠ ব্যৱহাৰ কৰা হৈছিল। সিন্ধু উপত্যকাৰ পানী চলাচলৰ কাৰণে প্রস্তুত ব্যৱস্থাটো শলাগিব লগীয়া। প্রত্যেক ডাঙৰ আলি আৰু সৰু বাটৰ দাঁতিতে একোটাকৈ নৰ্দ্দমা আছিল। এই নৰ্দ্দমা বিলাক এফুটৰপৰা দুফুট দ আৰু ইয়াৰ ঢাকনিবিলাক শিলৰ বা ইটাৰ। প্রত্যেক ঘৰুৱা নৰ্দ্দমাৰ পানী আহি সৰু বাটৰ দাঁতিৰ নৰ্দ্দমাত পৰিছিল। আৰু সেই পানী আহি আহি ডাঙৰ আলিবাটৰ কাষত থকা নৰ্দ্দমাৰ পানীৰ লগত মিলি অৱশেষত নৈত পৰিছিল গৈ। আলিৰ দাঁতিৰ ঠায়ে ঠায়ে একোটা চৌবাচ্চা আছিল। চৌবাচ্চাত জমা হোৱা আৱৰ্জ্জনা আৰু পানী চাফা কৰিবলৈ আৰু নৰ্দ্দমাবিলাক পৰিষ্কাৰ কৰিবলৈ চাফা কৰা মানুহ আছিল। যিবিলাক ডাঙৰ অট্টালিকা খান্দি উলিওৱা হৈছে, সেইবিলাক ৰজা বা বিষয়াৰ ঘৰনে, ৰাজহুৱা ঘৰনে, ধৰ্ম্মমন্দিৰেই বা একো ঠিক

কৰিব পৰা নাই। এটা ডাঙৰ অট্টালিকা আৱিষ্কৃত হৈছে। সেইটোক আজিকালি "কলেজিয়েৎ" বিল্ডিং আখ্যা দিয়া হৈছে। সেইটো কোনো ডাঙৰ বিষয়াৰ ঘৰনে, প্ৰধান পুৰোহিতৰ ঘৰনে, ধৰ্ম্মমন্দিৰেই এতিয়াও ঠিক কৰিব পৰা নাই।

মহেঞ্জদাৰোত আবিষ্কৃত হোৱা ভগ্নাৱশেষবিলাকৰ ভিতৰত আটাইতকৈ উল্লেখযোগ্য নিদৰ্শন হৈছে, ৰাজহুৱা স্নানাগাৰটো। ই চতুৰ্ভুজ ক্ষেত্ৰাকাৰৰ। ইয়াৰ চাৰিওফালে গেলেৰী, বাৰান্দা আৰু কোঠা আছে। ইয়াৰ মাজত ৩৯ ফুট দীঘল, ২৩ ফুট বহল আৰু ৮ ফুট দ এটা সাঁতুৰিবৰ কাৰণে পুখুৰী আছে। ইয়াৰ প্ৰত্যেক পাৰতে খট্‌খটি। এই পুখুৰীত পানী লেতেৰা হলে তাক উলিয়াই নতুনকৈ পুৰাবলৈ ওচৰতে কুঁৱা। ছাই, কাঠ কয়লা আদি পোৱাৰ পৰা অনুমান হয় যে, স্নান কৰি জুই পুৱাবলৈ ওপৰ মহলত জুই ধৰাৰ ব্যৱস্থা আছিল। এই সাঁতোৰা পুখুৰীটোৰ পকা গাঠনিয়েদি কোনো মতে পানী সৰকিব নোৱাৰে। ডাঙৰ স্নানাগাৰটোৰ দক্ষিণ-পশ্চিম চুকত আছিল এটা গৰম পানীৰ ব্যৱস্থা থকা স্নানাগাৰ।

দুশাৰী গাধোৱা ঘৰৰে সৈতে আন এটা স্নানাগাৰ আবিষ্কৃত হৈছে। ডাঃ মেকে বোলা এজন পণ্ডিতৰ মতে এই গাধোৱা ঘৰবিলাক পুৰোহিত সকলে ব্যৱহাৰ কৰিছিল, আৰু ডাঙৰ ৰাজহুৱা স্নানাগাৰটো সৰ্ব্বসাধাৰণৰ কাৰণে মুকলি আছিল।

সুচিন্তিত নগৰ পৰিকল্পনা, উপযুক্ত পানী যোগান আৰু পানী ওলাই যোৱাৰ ব্যৱস্থা আদিৰপৰা অনুমান কৰিব পাৰি যে, মহেঞ্জদাৰোৰ অধিবাসীবিলাকৰ নাগৰিক আদৰ্শ বৰ ওখ আছিল; আৰু তেওঁলোক সভ্যতাৰ উচ্চ শিখৰত থিয় হৈছিল। বাটৰ দাঁতিত থকা খুটাৰপৰা অনুমান হয় যে বাটৰ কাষত চাকি জ্বলোৱাৰ ব্যৱস্থা আছিল। নগৰত পহৰা দিবৰ কাৰণে সুব্যৱস্থা আছিল। নগৰৰ লেতেৰা আৱৰ্জ্জনা আদি নগৰৰ বাহিৰত পেলোৱা

হৈছিল। তেনেকুৱা আবৰ্জ্জনাৰ দম কিছুমান নগৰৰ বাহিৰত আবিষ্কৃত হৈছে। ইয়াৰপৰা অনুমান কৰিব পাৰি যে, মহেঞ্জদাৰো নিবাসী সকল স্বাস্থ্য সম্বন্ধে সচেতন আছিল। তেনেই ওপৰ স্তৰত আবিষ্কৃত হোৱা ঘৰবিলাকৰ অৱস্থা তলৰ কেই স্তৰত পোৱা ঘৰতকৈ কিছু বিশৃঙ্খল। বোধকৰো আগৰ যুগতকৈ শেষৰ যুগত মহেঞ্জদাৰোবাসী সকলৰ নাগৰিক জ্ঞান কিছুদূৰ কমিছিল।

সিন্ধু উপত্যকাত পোৱা অস্ত্ৰ-শস্ত্ৰবিলাকৰ বহুবিধ শিলৰ আৰু অনেকেই তামৰ। খননকাৰ্য্যৰ ফলত লোৰ একো বস্তুকেই পোৱা হোৱা নাই। সিন্ধু-উপত্যকাবাসী সকলে লোৰ ব্যৱহাৰ নাজানিছিল। ইয়াৰপৰা অনুমান হয় যে সিন্ধু সভ্যতাৰ আৰম্ভণি হয় প্ৰস্তৰ যুগৰ শেষ আৰু তাম্ৰ যুগৰ আৰম্ভণিত। এই যুগটোক তাম্ৰ-প্ৰস্তৰ যুগ বোলে। সিন্ধু দেশত যি সভ্যতা বিৰাজ কৰিছিল, সি আন সমসাময়িক সভ্যতা, যেনে—চুমেৰীয়, এলামাইট্ আদিৰ পৰা সম্পূৰ্ণ বেলেগ নাছিল। সিন্ধু আৰু আন সমসাময়িক সভ্যতাৰ লগত তুলনা কৰি পণ্ডিতসকলে সিন্ধু-সভ্যতাৰ কাল খৃঃ পূঃ ৩০০০ৰ খৃঃ পূঃ ২৮০০-২২০০ৰ ভিতৰত বুলি অনুমান কৰিছে।

সিন্ধু সভ্যতাৰ বিকাশ হৈছিল তাম্ৰ-প্ৰস্তৰ যুগত। ই নগৰীয়া সভ্যতাৰ নিদৰ্শন। জকা আৰু লাওখোলাৰ জোখৰপৰা তলত দিয়া চাৰি জাতি মানুহৰ অস্তিত্ব পোৱা হৈছে। (১) প্ৰত' অষ্ট্ৰেলইদ (২) ভূমধ্যসাগৰীয় (৩) এলপিনইদ্ (৪) মঙ্গোলীয়। সেই সময়ত সিন্ধু উপত্যকা বৰ সাৰুৱা আছিল। স্থল আৰু জল পথেৰে যাতায়ত কৰাৰ সুবিধা থকাৰ কাৰণে ইয়াত এটা সৰ্ব্বজনীন সভ্যতাৰ সৃষ্টি হোৱা সম্ভৱপৰ হৈছিল। বোধকৰো এচিয়াৰ বিভিন্ন ঠাইৰ মানুহৰ এই অঞ্চল মিলনস্থল আছিল। এখন ডাঙৰ নৈৰ স্থিতি, যাতায়তৰ সুবিধা, বেহা-বেপাৰৰ সুবিধা, জল নিয়ন্ত্ৰণৰ ব্যৱস্থা আৰু খাদ্যৰ প্ৰচুৰতাই এই নগৰ গঢ়ি তোলাত সহায় কৰিছিল।

## কৃষিজাত, খাদ্য আৰু ব্যৱহাৰ্য্য আদি

খনন কাৰ্য্যত পোৱা কৃষিজাত বস্তু—ঘেহু ধান, য ধান আদিয়ে প্ৰমাণ কৰে যে, এই ঠাইত প্ৰচুৰ পৰিমাণে খেতি-বাতি হৈছিল। খেজুৰ গুটিও আন এটা উপাদেয় খাদ্য আছিল। এইবিলাকৰ



কুঁজ থকা বলধ

উপৰিও চাউল, গাখীৰ, নানাধৰণৰ শাক-পাচলি, গছৰ গুটি আদি খাদ্য-বস্তু যথেষ্ট আছিল। হৰপ্পাত মতৰ মাহ আৰু তিলৰ খেতিও হৈছিল। তাৰ উপৰিও গোটেই উপত্যকাতে গৰু, ভেৰা, গাহৰি, কুকুৰা, ঘঁৰিযাল আৰু কাছৰ মাংস খোৱাৰো প্ৰথা আছিল। এই বিলাকৰ হাড়-মূৰ মাটিৰ তলত অনেক মানুহ থকা ঘৰত আৰু বাট

পদূলিত পোৱা হৈছে। মাছ ধৰাৰ প্ৰমাণ স্বৰূপ কিছুমান বৰশী আবিষ্কৃত হৈছে।

ঘৰচীয়া আৰু বনৰীয়া দুয়োবিধ জন্তুৰে অস্তিত্ব পোৱা হৈছে। কুঁজ থকা বলধ, মহ, মেথোন, ভেৰা, ছাগলী, হাতী, গাহৰি আৰু উটৰ জকা পোৱা হৈছে। মাটিৰ তলত পোৱা অনেক শীল-মোহৰতো কুঁজ থকা বলধ আৰু গাই গৰুৰ মূৰ্ত্তি পোৱা হৈছে। গাধ, গাই গৰু আৰু সিংহৰ হাড়ো পোৱা হৈছে। অনেক জন্তু যেনে—গঁড়, বাঘ, বান্দৰ, কুকুৰ, ভালুক আৰু শহাপহু আদিৰ মাটিৰ মূৰ্ত্তি বা পুতলা পোৱা হৈছে। সৰু জীৱ-জন্তুৰ ভিতৰত নেউল, কেৰ্কেটুৱা, ভাটৌ, মৰা আৰু হাঁহ-কুকুৰা থকাৰো প্ৰমাণ পোৱা গৈছে। হৰপ্পাৰ মানুহে মেকুৰীও পুহিছিল বুলি প্ৰমাণ পোৱা যায়।

## সাজ-পোছাক

সাজ-পোছাক সম্বন্ধে ইযাৰ কোনো সংৰক্ষিত নমুনা নাই। কিন্তু শিলত কটা মূৰ্ত্তিৰ পোছাকৰপৰা অনুমান কৰিব পাৰি যে মানুহে সাজ-পোছাক স্বৰূপে সাধাৰণতে দুখন কাপোৰ ব্যৱহাৰ কৰিছিল। গাৰ ওপৰ অংশত এখন চাদৰ লৈছিল, ইয়াক বাঁও বাহুটো ঢাকি সোঁ বাহুটো উলিয়াই লোৱা হৈছিল। তলৰ অংশত মানুহে আজিকালি ব্যৱহাৰ কৰা ধূতিৰ নিচিনা এবিধ বস্ত্ৰ ব্যৱহাৰ কৰিছিল। ই কিন্তু গাত লিপিট কৈ লাগি ধৰিছিল। কোনো কোনো পণ্ডিতৰ মতে সেই সময়ত কোট চোলাও ব্যৱহাৰ কৰা হৈছিল। শুনা যায়, কেইটামান কোটৰ বুটামো আবিষ্কৃত হৈছে। পোছাকবিলাক সম্ভৱতঃ কপাহ আৰু উনৰপৰা তৈয়াৰ কৰা হৈছিল। মাটিৰ তলত পোৱা বেজীৰপৰা অনুমান হয় যে সেই সময়ৰ মানুহে চিলাই বিদ্যাও ভালদৰে জানিছিল। তেওঁলোকে

চুলি ভাল দৰে সজাইছিল। মাইকী মানুহে খোপা বান্ধিছিল নাইবা কেইবাৰকমেও বেণী গুঠিছিল। মতা মানুহৰ চুলিও দীঘলাই ৰাখিছিল। কোনোৱে মাজত আৰু কোনোৱে পিচফালে ওলোমাই খোপা বান্ধিছিল। সেই সময়ত মাইকী মানুহে তামৰ আৰ্চীত মুখ চাই হাতী দাঁতৰ ফণীৰে মূৰ আচুৰিছিল। চুলিবিলাক মূৰৰপৰা ইফালে সিফালে বাগৰি নপৰিবৰ কাৰণে মূৰত সোণ, ৰূপ বা তামৰ এবিধ আঙঠি বা ক্লিপ ব্যৱহাৰ কৰিছিল। মতা মানুহে দাড়ি-গোফ কমকৈ ৰাখিছিল, বা কোনো লোকে গোফ একেবাৰেই খুৰাই পেলাইছিল।

## অলঙ্কাৰ

তেতিয়াৰ দিনতো আজি-কালিৰ দৰেই মানুহৰ অলঙ্কাৰৰ প্ৰতি মোহ আছিল। ধনী বা দুখীয়াই হওক, পুৰুষ বা মহিলাই হওক —সকলোৱে অলঙ্কাৰ পিন্ধিছিল। মাইকী মানুহে বিচনীৰ আকাৰৰ এখন শিৰোভূষণ বা কিৰীটি পিন্ধিছিল। মূৰৰ চাৰিওফালে সোণ, ৰূপ, তাম, দামী পাথৰ নাইবা শঙ্খৰ অলঙ্কাৰ পিন্ধিছিল। কাণতো সোণ, ৰূপ, তাম আদিৰ অলঙ্কাৰ পিন্ধিছিল। নানাৰকমৰ ডিঙিত পিন্ধা অলঙ্কাৰ আবিষ্কৃত হৈছে। হাতত নানা ৰকমৰ খাৰু আৰু আঙুলিত আঙঠি আদি পিন্ধাৰ প্ৰথা আছিল। অলঙ্কাৰবিলাক মানুহৰ অৱস্থা অনুযায়ী সোণ, ৰূপ, শঙ্খ আৰু মাটিৰ আছিল। দুই এপদ ককালত পিন্ধা অলঙ্কাৰো আবিষ্কৃত হৈছে। নানাৰকমৰ পাথৰ কাটি তৈয়াৰ কৰা সেই সময়ৰ শিল্পীসকলৰ কাৰ্য্য-কুশলতাৰ প্ৰশংসা কৰিব পাৰি। সেই সময়ৰ মাইকী মানুহ যে বিলাসপ্ৰিয় আছিল হৰপ্পাত পোৱা এটা প্ৰসাধনৰ সামগ্ৰী থকা পাত্ৰৰপৰা অনুমান কৰিব পাৰি। প্ৰসাধন দ্ৰব্য থকা পাত্ৰবিলাক সাধাৰণতে হাতী-দাঁতৰ, যি কোনো ধাতু নাইবা কাচৰ নিচিনা মাটিৰ আছিল।

মহেঞ্জদাৰোত অঞ্জন আৰু মুখত ঘহা ৰং ব্যৱহাৰ কৰা হৈছিল। চান্‌হুদাৰুত ওঁঠত ঘহা ৰঙৰ ব্যৱহাৰ আছিল। মতা মানুহে নানা ধৰণৰ খুৰ ব্যৱহাৰ কৰিছিল। মাইকী মানুহৰ কাৰণে প্ৰসাধনৰ সকলো সা-সুবিধা থকা একোটা "ড্ৰেচিং ৰুম" আছিল।

## বাচন-বৰ্ত্তন, খেল-ধেমালি

গৃহস্থালি ঘৰত ব্যৱহাৰ কৰা অনেক বাচন-বৰ্ত্তন মহেঞ্জদাৰোত পোৱা হৈছে। সেইবিলাক মাটি, শিল, শঙ্খ, হাতীৰ দাঁত নাইবা ধাতুৰ। পানী খোৱাৰ কিছুমান গিলাচ্ ব্যৱহাৰ কৰাৰ পিচত পেলাই দিয়া হৈছিল।

চকি, খাট, তুল আদি আচ-বাবেৰে বৈঠকখানাবিলাক সজোৱা হৈছিল। এইবিলাক কাঠেৰে আৰু তুলবিলাক খাগৰি জাতীয় বস্তুৰে সজা হৈছিল। তামৰ, শঙ্খৰ আৰু মাটিৰ পাত্ৰত চাকি জ্বলোৱা হৈছিল। মহেঞ্জদাৰোত পোৱা এটা পাত্ৰক মম্ জ্বলোৱা পাত্ৰ বুলি অনুমান কৰা হৈছে।

সেই সময়ত মানুহে নানা ৰকমৰ ধেমালিৰ খেল খেলিছিল। এবিধ বল, মাৰ্ব্বল আৰু পাশা-খেলৰো প্ৰথা আছিল। মাৰ্ব্বল খেলা সেই সময়ত মিছৰ আৰু চুমাৰতো প্ৰচলিত আছিল। বহুত "শিলমোহৰ"ত পোৱা চিকাৰীৰ মুৰ্ত্তিৰপৰা ক'ব পাৰি যে সেই সময়ত বনৰীয়া জন্তু চিকাৰ কৰা এটা প্ৰধান আমোদ আছিল। সেই সময়ৰ মানুহে চৰাইৰ যুঁজ চাই ভাল আমোদ পাইছিল। কিছুমান চৰাই এনেয়ে আৰু কিছুমান চৰাই যুঁজ কৰি খেল দেখুৱাবৰ কাৰণে পোহা হৈছিল।

আজি-কালিৰ লৰা-ছোৱালীৰ দৰে সেই কালতো লৰা-ছোৱালী বিলাকে পুতলা নি খেলা কৰি নাইবা মাটিৰ পুতলী সাজি আনন্দ পাইছিল। অনেক মাটিৰ পুতলা পোৱা হৈছে, তাৰে কিছুমান

লৰালি হাতৰ। অনেক মাটিৰ পুতলা গৰু-গাড়ী পোৱা হৈছে। এই গৰু-গাড়ী বিলাকে প্ৰমাণ কৰে যে, গৰু-গাড়ীয়েই সেই সময়ত যাতায়তৰ সজুলি আছিল। মহেঞ্জদাৰোত নানা ধৰণৰ ওজন কৰা সামগ্ৰী পোৱা হৈছে। কিছুমান বৰ বেচি ওজনৰ, সেইবিলাকক ৰচি আৰু কাঠৰ সহায়ত হে ওপৰলৈ তোলা হৈছিল। কিছুমান আকৌ নিচেই পাতল, সেইবিলাক সোণ, ৰূপ ওজন কৰা কামত ব্যৱহাৰ কৰা হৈছিল। ব্ৰঞ্জ নিৰ্ম্মিত ( টিন আৰু তাম মিশ্ৰিত ধাতু ) কিছুমান তৰ্জ্জ পোৱা হৈছে। সেই সময়ৰ মানুহৰ আয়ুৰ্ব্বেদ সম্বন্ধেও কিছু জ্ঞান আছিল। কয়লাৰ নিচিনা এবিধ ক'লা বস্তু, হৰিণ আৰু কৃষ্ণ-ষাড়ৰ শিং, নিমপাত আৰু নানা বনৌষধি ৰোগৰ ঔষধ হিচাপে ব্যৱহৃত হৈছিল।

ব্ৰঞ্জ নিৰ্ম্মিত নানা ধৰণৰ অস্ত্ৰ-শস্ত্ৰ যেনে, কুঠাৰ, যাঠি, দা তৰোৱাল আদি আবিষ্কৃত হৈছে। কুঠাৰবিলাক পাৰশ্যৰ চুচাত পোৱা কুঠাৰৰ লগত তুলনা কৰিব পাৰি। তৰোৱালবিলাক দীঘল আৰু পাতল। আত্মৰক্ষা কৰিবলৈ ঢাল ব্যৱহাৰ কৰা হৈছিল। বটালী, কৰত, বাচুলা আদি কাৰিকৰৰ অনেক সৰঞ্জাম পোৱা হৈছে। সেই সময়ত কাঠমিস্ত্ৰী আৰু ৰাজমিস্ত্ৰী দুয়ো বিধৰে প্ৰয়োজন বেচি আছিল।

## ব্যৱসায় আৰু কলাচৰ্চ্চা

সেই সময়ত মহেঞ্জদাৰোৰ লগত আন ঠাইৰ বিশেষ যোগাযোগ আছিল। বহুত ধাতু আৰু বহুমূলীয়া পাথৰ ভাৰতৰ আন ঠাইৰ-পৰা নাইবা মধ্য আৰু পশ্চিম এচিয়াৰপৰা অনা হৈছিল। এটা "শালমোহৰত" পোৱা এখন জাহাজৰ চিত্ৰৰপৰা অনুমান কৰিব পাৰি যে, সেই সময়ত সিন্ধু উপত্যকাবাসীবিলাক সাগৰীয় বাণিজ্যত পাকৈত আছিল। ডাঃ মেকেৰ মতে মহেঞ্জদাৰোৰ চুমাৰ আৰু এলামৰ লগত সাগৰেদি যোগাযোগ আছিল। মহেঞ্জদাৰো এটা

বিখ্যাত বন্দৰ আছিল আৰু এই বন্দৰেদি মিছৰ আৰু বেবিলনৰ লগত বেহা-বেপাৰ চলিছিল।

মহেঞ্জদাৰোত কৰা খনন কাৰ্য্যত পোৱা নিদৰ্শনবিলাকৰপৰা সিন্ধু উপত্যকাৰ মানুহবিলাকক ব্যৱসায় হিচাবে চাৰিভাগত ভাগ কৰিব পাৰি। (১) শিক্ষিত শ্ৰেণী (২) যুঁজাৰু (৩) ব্যৱসায়ী আৰু কাৰিকৰ (৪) বনুৱা। এই চাৰি শ্ৰেণীয়েই বোধ কৰো বৈদিক যুগত চাৰি জাতিত পৰিণত হৈছিল গৈ। জাতি বিভাগৰ কোনো চিন পোৱা নাযায়।

সিন্ধু উপত্যকানিবাসী সকলৰ কলা আৰু কাৰু-কাৰ্য্য আছিল নিয়মীয়া বা সাধাৰণ ধৰণৰ। ঘৰ-দুৱাৰৰ কাৰু-কাৰ্য্য জাক্‌জমকীয়া নাছিল। আনকি মাটিৰ পাত্ৰত চিত্ৰিত চিত্ৰবিলাকো সাধাৰণ ধৰণৰ আছিল। কলা বিদ্যাৰ নিদৰ্শন মূৰ্ত্তি বিলাকত, "শীলমোহৰ" বিলাকত আৰু তাবিজবিলাকত ভালকৈ ফুটি ওলাইছে। মূৰ্ত্তি-বিলাক ভালদৰে পোৱা হৈছিল আৰু কিছুমানত ৰঙা বোল দিয়া হৈছিল। যিবিলাক মূৰ্ত্তি পোৱা হৈছে তাৰ বেছি ভাগ তিৰোতা মানুহৰ মূৰ্ত্তি। অধিক সংখ্যক মূৰ্ত্তি প্ৰায় উলঙ্গ বুলি কলেও বেছি কোৱা নহয়। মাটিৰ পাত্ৰতো অনেক জন্তুৰ চিত্ৰ পোৱা হৈছে। কাচৰ দৰে চকৃচকীয়া মাটিৰে নিৰ্ম্মিত কেইটামান কেৰ্কেটুৱা আৰু বান্দৰৰ চিত্ৰ পোৱা হৈছে। এটা শঙ্খৰে নিৰ্ম্মিত কাছও পোৱা হৈছে। অনেক "শীলমোহৰত" চুটি শিং থকা বলধ গৰুৰ মূৰ্ত্তিও পোৱা হৈছে। তাবিজবিলাকত খোদাই কৰা মূৰ্ত্তিবিলাক, বিশেষকৈ কেৰ্কেটুৱাৰ মূৰ্ত্তি খোদিত তাবিজবিলাক আৰু তিনিটা বান্দৰৰ মূৰ্ত্তি খোদিত এটা মণিৰ কাৰুকাৰ্য্য অতি চমৎকাৰ। ব্ৰঞ্জ নিৰ্ম্মিত এজনী নাচনী ছোৱালীৰ মূৰ্ত্তিটো সঁচাকৈয়ে চাবলগীয়া।

"শীলমোহৰত" কটা মূৰ্ত্তিবিলাকৰ ভিতৰত যিবিলাকৰ লগত শিল্পী সকলৰ বেচি ঘনিষ্ঠ সম্বন্ধ আছিল—যেনে, বলধ, মহ আদিৰ

মূৰ্ত্তিবিলাক প্ৰাণৱন্ত। ভাস্কৰ্য্যৰ নিদৰ্শন ৰে বিৰল। মূৰ্ত্তিবিলাক নানা ধৰণৰ শিলত কটা হৈছিল। হৰপ্পাত দুটি সুন্দৰ মূৰ্ত্তি পোৱা হৈছে। পণ্ডিতসকলৰ ধাৰণা আছিল যে, এনেকুৱা সুন্দৰ মূৰ্ত্তি গ্ৰীকবিলাকে পৰবৰ্ত্তী যুগতহে তৈয়াৰ কৰিব পাৰিছিল।

সূতা কটা, টাকুৰী, যঁতৰ আদিৰ আবিষ্কাৰৰপৰা অনুমান কৰিব পাৰিব পাৰি যে সেই সময়ৰ মানুহে সূতা কটা নাইবা উন তৈয়াৰ কৰা বিদ্যা ভালদৰে জানিছিল। এটা ৰূপৰ পাত্ৰত লাগি থকা কাপোৰৰ টুকুৰাৰপৰা সেই সময়ত কেনে ধৰণৰ কপাহৰ খেতি কৰা হৈছিল, তাক জানিব পাৰি।

মাটিৰ তলত পোৱা মাটিৰ পাত্ৰবিলাকৰপৰা সেই সময়ত এই শিল্পৰ বহুল প্ৰচাৰৰ কথা অনুমান কৰিব পাৰি। এই পাত্ৰ বিলাকৰ কিছুমান সাধাৰণ ধৰণৰ আছিল, কিছুমানত ৰং দিয়া হৈছিল আৰু কিছুমানত নানা চিত্ৰ অঙ্কিত কৰা হৈছিল। কিছুমান মূৰ্ত্তি চাকত গঢ়া হৈছিল, কিছুমান আকৌ হাতেৰেও তৈয়াৰ কৰা হৈছিল। মাটিৰ পাত্ৰ আৰু মাটিৰ মূৰ্ত্তিবিলাক জুইত ভালদৰে পোৰা হৈছিল। ঘৰুৱা ব্যৱহাৰত লগা অনেক পাত্ৰ পোৱা হৈছে। চানহুদাৰোত বিস্তৰ পৰিমাণে পোৱা মাটিৰ পুতলাবিলাকৰপৰা অনুমান কৰিব পাৰি যে এই ঠাই এসময়ত পুতলা শিল্পৰ কাৰণে বিখ্যাত আছিল।

সিন্ধু উপত্যকাৰ বেলেগ বেলেগ ঠাইত পোৱা "শীলমোহৰৰ" সংখ্যা দুহেজাৰতকৈও বেছি। আবিষ্কৃত বস্তুবিলাকৰ ভিতৰত ই এবিধ ডাঙৰ সম্পত্তি। এইবিলাক সাধাৰণতে দামী পাথৰ, হাতী দাঁত নাইবা মাটিৰে তৈয়াৰ কৰা হৈছিল। "শীলমোহৰ"বিলাকত জন্তু আদিৰ প্ৰতিমূৰ্ত্তি থকাৰ উপৰিও ছবিৰ সহায়ত লিখা এবিধ লিপি পোৱা হৈছে। "শীলমোহৰ"ত থকা জন্তুৰ মূৰ্ত্তি আৰু লিপিত থকা জন্তুৰ চিত্ৰৰ একো সম্বন্ধ নাই। কিয়নো, বেলেগ লিপিৰে

সৈতে একেবিধ জন্তুৰ ছবিকে বেলেগ বেলেগ শীলত পোৱা হৈছে। এফালে কোনো জন্তু আৰু আনফালে আখৰ বা লিপি থকা নাইবা দুয়োফালে লিপি থকা এবিধ তামৰ ফলি আবিস্কৃত হৈছে। "শীল-মোহৰত" পোৱা জন্তুৰ মূৰ্ত্তি আৰু লিপিবিলাক ধৰ্ম্ম সম্বন্ধীয় কথা বুলি বহুতে অনুমান কৰে। ইয়াৰপৰা অনুমান কৰিব পাৰি যে, সেই সময়ত সিন্ধু উপত্যকাত জন্তু পূজাৰো প্ৰচলন আছিল। "শীল" বিলাক কি কাৰণে ব্যৱহাৰ কৰা হৈছিল তাক সঠিককৈ কোৱা টান। কোনো কোনোৰ মতে এইবিলাক মুদ্ৰা নাইবা তাবিজ স্বৰূপে ব্যৱহাৰ কৰা হৈছিল। ধনী দুখীয়া নিৰ্ব্বিশেষে সকলোৰে ঘৰত শীলমোহৰ পোৱা হৈছে। ইয়াৰপৰা অনুমান হয় যে সম্পত্তিৰ ওপৰত স্বত্ব বজাই ৰাখিবলৈ নাইবা যিকোনো ব্যৱসায় বা বন্দৱস্ততে সেইবিলাকৰ প্ৰয়োজন হৈছিল আৰু প্ৰত্যেকেই অন্ততঃ একোটাকৈ "শীলমোহৰ" লগত লৈ ফুৰিছিল। কোনো কোনো "শীল"ত লিপিৰ পৰিবৰ্ত্তন বা সংশোধন কৰাৰ চিন পোৱা গৈছে। সম্ভৱতঃ বাপেকৰ মৃত্যুৰ পিচত পুতেকে শীলটোৰ কিছু পৰিবৰ্ত্তন কৰি লৈছিল।

অলঙ্কাৰ স্বৰূপে ব্যৱহাৰ কৰা পাথৰবিলাকৰ কিছুমান দক্ষিণ ভাৰতৰপৰা আৰু কিছুমান পশ্চিমীয়া দেশৰপৰা অনা হৈছিল। মণি নিৰ্ম্মাণ কৌশলত দক্ষতা যথেষ্ট প্ৰকাশ পাইছিল। মণিবিলাকৰ ফুটা দিয়া আৰু সেইবোৰ মিহি আৰু নিমজ কৰা কাৰুকাৰ্য্য যথেষ্ট প্ৰশংসনীয় আছিল। অলঙ্কাৰৰ নিমিত্তে সোণো দক্ষিণৰ পৰা অনা হৈছিল। সেইসময়ত ব্ৰঞ্জ, সীহ, পিতল আদি ধাতু ভাৰতত্তে পোৱা হৈছিল আৰু ইয়াৰ প্ৰচলন যথেষ্ট পৰিমাণে আছিল। সিন্ধু উপত্যকাবাসীয়ে লোৰ ব্যৱহাৰ নাজানিছিল। শঙ্খৰ পৰাও অনেক অলঙ্কাৰ তৈয়াৰ কৰা হৈছিল। এই শঙ্খবিলাক ভাৰতৰ উপকূল অঞ্চল নাইবা পাৰশ্য উপসাগৰৰপৰা অনা হৈছিল।

অতি প্ৰাচীন কালত প্ৰায়বিলাক সমাজতে ধৰ্ম্মৰ স্থান বৰ ওখত আছিল যদিও সিন্ধু উপত্যকাবাসীবিলাকৰ ধৰ্ম্মৰ বিষয়ে সঠিককৈ একো কব নোৱাৰি। মাটিৰ তলত ওলোৱা বহুত অট্টালিকাৰ কোনোটোক ধৰ্ম্মমন্দিৰ বুলি অনুমান কৰিলেও উপাসনা কৰা বেদী বা আন ধৰ্ম্ম বিষয়ক চিন একো পোৱা হোৱা নাই। তথাপি "শীলমোহৰ"ত পোৱা মূৰ্ত্তি, শিলৰ সৰু মূৰ্ত্তি নাইবা কিছুমান প্ৰতিমাৰপৰা তেওঁলোকৰ ধৰ্ম্মৰ বিষয়ে কিছু অনুমান কৰিব পাৰি। এগৰাকী দেবীৰ অনেক পোৱা মাটি আৰু শিলৰ মূৰ্ত্তি পোৱা হৈছে। এই মূৰ্ত্তিৰ মূৰত আভৰণ আৰু অন্যান্য অলঙ্কাৰ আছে। কিন্তু কঁকালত এডাল ৰচিৰ বাজে অন্য পোছাক নথকাৰ কাৰণে এই মূৰ্ত্তিবিলাক প্ৰায় উলঙ্গ বুলিব পাৰি। কিছুমান মূৰ্ত্তিৰ গাত ধোৱাৰ ৰং লগা। অনুমান হয় যে, ভক্তসকলে তেল, ধুপ, ধুনা আদি জ্বলাই ইপ্সিত বস্তু পাবলৈ প্ৰাৰ্থনা কৰোঁতে অনেক মূৰ্ত্তি ধোৱা বৰণীয়া হ'ল। এই গৰাকী দেবীক প্ৰকৃতিদেবী বা মাতৃদেবী আখ্যা দিয়া হৈছে। পণ্ডিতসকলে অনুমান কৰে যে, এই গৰাকী দেবীয়েই সিন্ধু উপত্যকাত প্ৰধান উপাস্য দেৱতা আছিল। হৰপ্পাতো এটা "শীলমোহৰ"ত এগৰাকী প্ৰায় উলঙ্গ দেবী পোৱা হৈছে। "শীল"টোত থকা পাৰিপাৰ্শ্বিক অৱস্থাৰপৰা এই গৰাকী দেবীৰ ওচৰত বলি দিয়া প্ৰথাও প্ৰচলিত আছিল বুলি বহুত পণ্ডিতে অনুমান কৰে। ইয়াত সন্দেহ নাই যে, মহেঞ্জদাৰো আৰু হৰপ্পাত একে গৰাকী দেবীকে পৃথিবীদেবী, প্ৰকৃতিদেবী নাইবা মাতৃদেবী আদি বিভিন্ন নামত পূজা কৰা হৈছিল। পুৰুষ দেৱতাবিলাকৰ ভিতৰত এজন তিনিখন মুখ থকা, মূৰত এটা শিং থকা শিৰাভৰণ পিন্ধা দেৱতাই বিশেষ উল্লেখযোগ্য। এই দেৱতা জনে পদ্মাসনীয়াকৈ এখন সিংহাসনত বহি যোগ আৰাধনা কৰিছে আৰু

হাতী, মহ, বাঘ, গড়, হৰিণা আদি বনৰীয়া জন্তুবিলাকে তেওঁক চাৰিওফালৰপৰা বেঢ়ি আছে। এই দেৱতা জনক তলত দিয়া কাৰণত পণ্ডিতসকলে শিৱ বুলি অনুমান কৰিছে। (১) শিৱৰ



তিনিমুখীয়া দেৱতা

তিনিখন মুখ (২) শিৱ হৈছে পশুপতি। (৩) শিৱ মহাযোগী। পৰৱৰ্ত্তী কালত আৰ্য্যসকলে ভাৰতত বসবাস কৰি অনেক অনাৰ্য্য-দেৱতাক নিজৰ দেৱতা কৰি উপাসনাৰ ব্যৱস্থা কৰিলে। এইদৰেই

শিৱ আৰু মাতৃদেৱী এই দুয়োগৰাকী দেৱতাই আৰ্য্যদেৱতাত পৰিণত হ'ল। পৰৱৰ্ত্তী কালত আৰ্য্যবিলাকে মাতৃদেৱীক অদিতি আৰু পৃথ্বী নামত উপাসনা কৰিবলৈ ধৰিলে আৰু কালক্ৰমত এই গৰাকী দেৱী শক্তি, কালী, দুৰ্গা আদি নামত জনাজাত হ'ল। আৰ্য্য সকলৰ ৰুদ্ৰ নামে এজন দেৱতা আছিল। অনাৰ্য্যদেৱতা শিৱকো ৰুদ্ৰৰ সৈতে একে বুলি ভাবি আৰ্য্যজাতত তোলা হ'ল। পোৱা মাটি আৰু শিলৰ অনেক মূৰ্ত্তিৰপৰা জন্তু পূজাও প্ৰচলিত আছিল বুলি অনুমান কৰিব পাৰি। জন্তুবিলাকৰ কিছুমানৰ গঢ় কাল্পনিক, কিছুমান পৃথিবীতে থকা জন্তু। কিছুমান জন্তু দেৱতাৰ বাহন হিচাবেও ব্যৱহৃত হৈছিল, যেনে শিৱৰ লগত বলধৰ ঘনিষ্ঠ সম্বন্ধ আছিল। "শীলমোহৰ"ত নাইবা অভিজ্ঞ আখৰ হিছাপে ব্যৱহাৰ কৰা চৰাইৰ চিত্ৰৰ বাহিৰে অন্য ঠাইত চৰাইৰ মূৰ্ত্তি পোৱা নাই। অনেক "শীলমোহৰ"ত পোৱা চিত্ৰৰপৰা অগ্নি, বৃক্ষ, জল আদিকো পূজা কৰা হৈছিল বুলি অনুমান কৰিব পাৰি। বৃক্ষপূজা সম্বন্ধত গছজোপাকে পূজা কৰা হৈছিলনে গছত থকা দেৱতা জনক পূজা কৰা হৈছিল সঠিককৈ ক'ব নোৱাৰি।

স্নানাগাৰবিলাকৰ নিৰ্ম্মাণ কাৰ্য্যৰপৰা অনুমান কৰিব পাৰি যে সিন্ধু উপত্যকাৰ মানুহে গাধোৱা কামটো এটা পবিত্ৰ কাম বুলি ভাবিছিল। কোনো পণ্ডিতৰ মতে ডাঙৰ ৰাজহুৱা স্নানাগাৰটো আছিল নৈৰ দেৱতাৰ মন্দিৰ। কোনো কোনোৰ মতে ঘঁৰিয়ালকে নৈৰ দেৱতা বুলি পূজা কৰা হৈছিল। সিন্ধু প্ৰদেশৰ কোনো ঠাইত এতিয়াও ঘৰিয়াল পূজা চলি আছে। প্ৰাচীন মিছৰত নীল নৈক পূজা কৰাৰ দৰে সিন্ধু নদীক পূজা কৰা হৈছিলনে নাই তাক সঠিককৈ ক'ব নোৱাৰি। কোনো কোনো পণ্ডিতৰ মতে সিন্ধু উপত্যকাত সাপ-পূজাৰো প্ৰচলন আছিল।

## সৎকাৰ ব্যৱস্থা

সিন্ধুবাসীবিলাকে তিনিৰকমে মৃতকৰ সৎকাৰ ব্যৱস্থা কৰিছিল বুলি জানিব পৰা গৈছে। ছাই, অস্থি আদি থকা অনেক মাটিৰ পাত্ৰ আবিষ্কৃত হৈছে। মিছৰৰ পিৰামিডবিলাকত পোৱাৰ দৰে মৃতকসকলক কবৰ দিওঁতে কিছুমান লাগতিয়াল বস্তুৰ যোগান দিয়া হৈছিল বুলি অনুমান কৰিব পাৰি। ছাই, হাড় আদিৰে পূৰ্ণ হৈ থকা বহুত মাটিৰ পাত্ৰৰপৰা অনুমান কৰিব পাৰি যে, মৰা শ সাধাৰণতে দাহ কৰা হৈছিল। মহেঞ্জদাৰোত পোৱা ২১টা মৰা মানুহৰ জকাৰপৰা অনুমান কৰিব পাৰি যে কবৰ দিয়া প্ৰথাও প্ৰচলিত আছিল। পণ্ডিত সকলে অনুমান কৰে যে কিছুমান মৰা শ মুকলি ঠাইত শিয়াল, কুকুৰক খাবলৈ দি পিচত হাড়বোৰ পাত্ৰত ভৰাই কবৰ দিয়া হৈছিল। এই প্ৰথাক আংশিক ভাবে কবৰ দিয়া প্ৰথা বুলিব পাৰি।

## শিক্ষা

"শীলমোহৰ" আদিত পোৱা লেখাৰপৰা অনুমান কৰিব পাৰি যে, সিন্ধু-উপত্যকাবাসী সকল সু-শিক্ষিত আছিল। তেওঁলোকে কিছুমান জন্তু আদিৰ ছবিৰ সহায়ত তেওঁলোকৰ ভাষা লিখিছিল। পণ্ডিতসকলে এতিয়াও এই লিপিৰ অৰ্থ উলিয়াব পৰা নাই। "শীলমোহৰ" বিলাকত প্ৰায় ৪০০ মান ছবি পোৱা হৈছে। প্ৰত্যেকটো ছবি একোটা আখৰ হিচাবে ব্যৱহাৰ কৰা হৈছিল নে, এটা শব্দৰ সলনি ব্যৱহাৰ কৰা হৈছিল তাক সঠিককৈ কব নোৱাৰি। ফাদাৰ হেৰাচ্ নামৰ এজন পণ্ডিতে এই লিপিবিলাকৰ ব্যাখ্যা কৰি এই লিপিত পুৰণি দ্ৰাবিড় ভাষাৰ সাদৃশ্য দেখা পাইছে। কিন্তু তেওঁৰ মত সৰ্ব্বজন-সমৰ্থিত হোৱা নাই। কোনো কোনো পণ্ডিতে এই লিপিত মিচৰীয়, চুমেৰীয় আৰু এলামাইট্ লিপিৰ

কিছু সাদৃশ্য দেখা পাইছে। মুঠৰ ওপৰত এই লিপিবিলাকৰ অৰ্থ এতিয়ালৈকে কোনেও ভাল দৰে ব্যাখ্যা কৰিবলৈ সমৰ্থ হোৱা নাই।

## আৰ্য্য আৰু দ্ৰাবিড়ী সভ্যতাৰ লগত সিন্ধু সভ্যতাৰ সম্পৰ্ক

সিন্ধু সভ্যতা গঢ়ি তোলা লোকসকলনো কোন জাতীয় মানুহ আছিল, সঠিককৈ কোৱা টান। কোনো কোনো পণ্ডিতে ক'ব খোজে যে সিন্ধু সভ্যতা আৰ্য্য সভ্যতাৰে নিদৰ্শন। বেছি ভাগ পণ্ডিতে তলত দিয়া কাৰণ বিলাকৰপৰা সিন্ধু সভ্যতা আৰ্য্য সভ্যতা নহয় আৰু ই প্ৰাক্ আৰ্য্য সভ্যতাহে বুলি প্ৰমাণ কৰিছে। (১) আৰ্য্যবিলাকে মূৰ্ত্তি পূজা নকৰিছিল, কিন্তু সিন্ধু উপত্যকাত মূৰ্ত্তি পূজা কৰাৰ প্ৰমাণ পোৱা হৈছে। (২) আৰ্য্য বিলাকে দেবী পূজাতকৈ দেৱৰ উপাসনাতহে প্ৰাধান্য দিছিল। কিন্তু মহেঞ্জদাৰোত দেৱৰ পূজাতকৈ মাতৃদেবীৰ পূজাকহে ওখ ঠাই দিয়া হৈছিল। (৩) আৰ্য্যসকলে ঘোঁৰাৰ ব্যৱহাৰ জানিছিল, কিন্তু সিন্ধু উপত্যকাবাসীবিলাকে ঘোঁৰাৰ ব্যৱহাৰ নাজানিছিল। সিন্ধু উপত্যকাত আবিষ্কৃত হোৱা মূৰ্ত্তিবিলাকৰ ভিতৰত ঘোঁৰাৰ মূৰ্ত্তি পোৱা হোৱা নাই। (ডাঃ মেকেৰ মতে এটা ঘোঁৰাৰ নমুনা মূৰ্ত্তি পোৱা হৈছে। অন্য পণ্ডিতে ইয়াক ঘোঁৰা বুলি ধৰা নাই) সম্ভৱতঃ আৰ্য্যবিলাকে প্ৰথমে ভাৰতলৈ ঘোঁৰা লগতে লৈ আহিছিল, নতুবা ঘোঁৰাক ঘৰচীয়া জন্তুত পৰিণত কৰাৰ আগেয়ে সিন্ধু সভ্যতা বিৰাজ কৰিছিল। অনেক পণ্ডিতে সিন্ধু সভ্যতাৰ সভ্যতা দ্ৰাবিড়ী সভ্যতা বুলি কব খোজে। খনন্ কাৰ্য্যত পোৱা মূৰৰ লাওখোলাবিলাকে প্ৰমাণ দিয়ে যে সিন্ধু সভ্যতা কেৱল এটা জাতিয়ে গঢ়ি তোলা নাছিল। সেই সময়ত সাৰুৱা সিন্ধু উপত্যকাত অনেক জাতিৰ মানুহৰ সংমিশ্ৰণ হৈছিল আৰু এই সভ্যতা এই সংমিশ্ৰণৰ ফল স্বৰূপ। লাওখোলাবিলাকৰ জোখৰ

পৰা পণ্ডিত সকলে প্ৰমাণ পাইছে যে অন্ততঃ চাৰি জাতি মানুহৰ সংমিশ্ৰণত এই সভ্যতাৰ উদ্ভৱ হৈছিল। সিন্ধু সভ্যতা কেৱল হৰপ্পা আৰু মহেঞ্জোদাৰো এই দুই ঠাইত সীম বদ্ধ নাছিল; নাইবা হৰপ্পাৰপৰা মহেঞ্জদাৰো পৰ্য্যন্ত ( প্ৰায় ৪০০ মাইল দূৰ ) ঠাইডোখৰতে সীমাবদ্ধ নাছিল। চান্‌হুদাৰো, আম্‌ৰি, জু'কৰ, লহুম্‌জ'দাৰো আদি ঠাই খনন কাৰ্য্যৰপৰা অনেক একে ধৰণৰ নিদৰ্শন পোৱা হৈছে। ষ্টাইন নামৰ এজন পণ্ডিতৰ মতে সিন্ধু সভ্যতা বেলুচিস্থান পৰ্য্যন্ত বিস্তৃত আছিল। কোনো কোনো পণ্ডিতৰ মতে এই সভ্যতা বেলুচিস্থান, পঞ্জাৱ, সিন্ধুদেশ, কাঠিৱাৰ আৰু গঙ্গা-যমুনাৰ উপত্যকাৰ কিছু দূৰলৈকে বিস্তৃত আছিল।

## সিন্ধু সভ্যতা ধ্বংসৰ কাৰণ

হৰপ্পা বা মহেঞ্জদাৰো নগৰ কেনেকৈ ধ্বংস হল, তাৰ সঠিক কাৰণ কব নোৱাৰি। তৰপে তৰপে খান্দি উলিওৱা মাটিৰ গঢ়-গতিৰপৰা অনুমান কৰিব পাৰি যে মহেঞ্জদাৰো নগৰ কেইবাবাৰো বান-পানীয়ে ধ্বংস কৰিছিল আৰু ইয়াৰ অধিবাসীবিলাকে এই নগৰ বাৰে বাৰে ত্যাগ কৰি গৈছিল। কালক্ৰমত এই নগৰ পুনৰ প্ৰতিষ্ঠা হৈছিল আৰু ধ্বংস হৈছিল। বান-পানীৰ পৰা ৰক্ষা পাবলৈ বান্ধ আদি তৈয়াৰ কৰি উপযুক্ত ব্যৱস্থা লোৱাৰ প্ৰমাণ পোৱা নাযায়। কোনো কোনো পণ্ডিতৰ মতে দুৰ্গ আদি নিৰ্ম্মাণ কৰি বাহিৰা শত্ৰুৰপৰা দেশ ৰক্ষা কৰিবলৈকো উপযুক্ত ব্যৱস্থা লোৱা হোৱা নাছিল। সেই কাৰণেই বাহিৰা শত্ৰুৰ আক্ৰমণতে মহেঞ্জদাৰো আদি নগৰৰ পতন হ'ল। যদিহে সিন্ধু উপত্যকা-বাসীবিলাকে দ্ৰাবিড় জাতীয় মানুহ আৰু তেওঁলোকেই বেদত উল্লেখিত অনাৰ্য্য জাতি, তেন্তে তেওঁলোকৰ দ্বাৰা নিৰ্ম্মিত নগৰ আৰু দুৰ্গবিলাকৰ কথা বেদত উল্লেখ কৰা হৈছে। সেয়ে হলে,

সিন্ধু উপত্যকা-বাসীবিলাকে সম্ভৱতঃ দুৰ্গ তেয়াৰ কৰি দেশ ৰক্ষা কৰাৰ বিষয়েও চিন্তা কৰিছিল।

## শেষ কথা

হৰপ্পা আৰু মহেঞ্জদাৰোৱে ভাৰতৰ অতীতৰ গৌৰৱ কাহিনী ঘোষণা কৰিছে। সিন্ধু সভ্যতাৰ সম্পূৰ্ণ ইতিহাস এতিয়াও জানিব পৰা হোৱা নাই। ভবিষ্যতৰ আবিষ্কাৰে বিশেষকৈ যদিহে "শীল-মোহৰ" বিলাকত থকা ভাষাৰ অৰ্থ ভবিষ্যতে বুজিব পৰা হয়, তেতিয়াহে সিন্ধু সভ্যতাৰ স্বৰূপ প্ৰকাশ পাব বুলি আশা কৰা যায়। সিন্ধুবাসীসকলৰ "শীল-মোহৰ" বেবিলন আদি ঠাইতো পোৱা গৈছে। দুটা ভাষাত থকা ( প্ৰাচীন সিন্ধু উপত্যকাৰ ভাষা আৰু আন কোনো ভাষা ) "শীলমোহৰ" আবিষ্কৃত হলে সিন্ধু সভ্যতাৰ স্বৰূপ জানিবলৈ বেছি কষ্টসাধ্য নহব। আশা কৰা যায় যে, ভবিষ্যতৰ আবিষ্কাৰে সিন্ধু সভ্যতাৰ লুকাই থকা ফালটোৰ বুৰঞ্জী পোহৰলৈ আনিব।

# প্ৰথম ভাগ

## চুমেৰীয় আৰু বেবিলনীয়াৰ প্ৰাচীন বুৰঞ্জী

### মেছোপটেমিয়াৰ ভৌগোলিক অৱস্থান

দেশে বিদেশে নদ-নদীৰ দাঁতি-কাষৰীয়া অঞ্চলক কেন্দ্ৰ কৰি পৃথিবীত যুগে যুগে সভ্যতা গঢ়ি উঠিছে। সিন্ধু নদীক কেন্দ্ৰ কৰি যেনেকৈ সিন্ধু উপত্যকাৰ সভ্যতা গঢ়ি উঠিছিল, নীল নদীক কেন্দ্ৰ কৰি যেনেকৈ মিছৰৰ সভ্যতাৰ সৃষ্টি হৈছিল, ঠিক তেনেকৈয়ে দুখন ডাঙৰ নদীক কেন্দ্ৰ কৰি খৃষ্ট জন্ম হোৱাৰ প্ৰায় চাৰি হেজাৰ বছৰৰ আগৰপৰা এচিয়াৰ পশ্চিম অঞ্চলত দুখন নদীৰ পাৰৰ অঞ্চলত এটি উন্নত সভ্যতা গঢ়ি উঠিছিল। নদী দুখন হৈছে টাইগ্ৰিচ আৰু ইউফ্ৰেটিচ। বৰ্ত্তমান যি ঠাইক ইৰাক বুলি কোৱা হয়, নদী দুখনৰ মাজৰ সেই ঠাইক সেই সময়ত মেছোপটেমিয়া বোলা হৈছিল। ইজিপ্টৰ (মিছৰ) প্ৰায় ১০০০ মাইল পূবত নদী দুখন মেপত দেখিবলৈ পোৱা যায়। মেছোপটে-মিয়াৰ সমতল অঞ্চলক দুভাগত ভগোৱা হৈছিল, উত্তৰে এচিৰীয়া আৰু দক্ষিণে বেবিলনীয়া। মেছোপটেমিয়াত চুমেৰীয় সকলেই নগৰীয়া সভ্যতাৰ পাতনি মেলে; পিছলৈ চেমিটিকসকলে (গৌৰবৰ্ণ জাতিৰ এটা ঠাল) এই সভ্যতাক আগুৱাই লৈ গৈছিল। এওঁ-লোকেই নগৰ-ৰাষ্ট্ৰ গঠন কৰে। ট্ৰাইগ্ৰিচ নদীৰ ওচৰে-পাজৰে এচিৰীয়াৰ চাৰিখন প্ৰধান ৰাজকীয় নগৰ আছিল—আছুৰ কালা, নিনেভে' আৰু দুৰ-চাৰুকীন। তাৰোপৰি পৃথিবীৰ ভিতৰত আটাইতকৈ পুৰণি নগৰ অৰিবলাও (বৰ্ত্তমান এৰ্বিল্) এখন লেখত লব লগীয়া নগৰ আছিল। বেবিলনীয়াৰ নগৰ কেইখনৰ নামো

জানি থব লাগে। কাৰণ আমি ইয়াত বিশেষকৈ—ইয়াৰ সভ্যতাৰ বিষয়েহে আলোচনা কৰিম। উত্তৰ বেবিলনীয়াৰ ( বা অক্কাদ ) নগৰ কেইখন আছিল ঃ বেবিলন, বৰচিপা, দিলবাট, কিশ্, কুথা, অপিছ, চিপাৰ আৰু অক্কাদ। দক্ষিণ বেবিলনীয়া বা চুমাৰৰ নগৰ আছিল নিপ্পুৰ, আডাব, লাগাছ্, উমা, এৰেক্, আৰ্ ( Ur ) আৰু এৰিডু। বেবিলনীয়াৰ প্ৰায়বিলাক নগৰেই ইউফ্ৰেটিচ নদীৰ দাঁতিত বা তাৰ ওচৰে পাজৰে আছিল।

ট্ৰাইগ্ৰিচ আৰু ইউফ্ৰেটিচ নদী এচিয়া মাইনৰৰ পৰ্ব্বতমালাৰ পৰা ওলাই দক্ষিণ আৰু দক্ষিণ-পূবে পাৰস্য উপসাগৰলৈ বৈ গৈছে। আজি কালি সাগৰ পোৱাৰ আগতে নদী দুখন লগ লাগিছে। অতীত কালত কিন্তু লগ লগা নাছিল। নদী দুখনৰ উপত্যকাৰ উত্তৰ আৰু পূবে যথাক্ৰমে এচিয়া মাইনৰ আৰু পাৰস্যৰ পৰ্ব্বতমালা আছে। দক্ষিণ আৰু পশ্চিমফালে আৰব মৰুভূমি। এইভাবে দেখা যায় যে মেছোপটেমিয়া মিচৰৰ দৰে সুৰক্ষিত নাছিল। এই কাৰণে পৰ্ব্বত আৰু মৰুভূমিৰ মাজেদি কেইবাবাৰো ইয়াৰ ওপৰত আক্ৰমণ হৈছিল। একে কাৰণতেই মেছোপটেমিয়াৰ ইতিহাসত মিচৰতকৈ যুদ্ধ-বিগ্ৰহৰ সংখ্যা সৰহ।

মিচৰৰ দৰে প্ৰকৃতিয়ে ৰক্ষা নকৰিলেও মেছোপটেমিয়াৰ সমতল মিচৰৰ দৰেই বৰ সাৰুৱা আছিল। গ্ৰীষ্মকালত ট্ৰাইগ্ৰিচ-ইউফ্ৰেটিচে কোবাল গতিত গলিত-বৰফ লৈ আহে, এইভাবে পানীয়ে কেতিয়াবা দাঁতি-কাষৰ ওপচাই পেলাই বান-পানীৰ সৃষ্টি কৰে। কিন্তু সমতলৰ মাজেদি বৈ যাওঁতে কেতিয়াবা কেতিয়াবা উপচি পৰা নদী দুখনে পলস পেলাই উপত্যকাটো সাৰুৱা কৰি তোলে। এনেকুৱা পলসুৱা সাৰুৱা উপত্যকাৰ সৃষ্টি কৰা কাৰণেই ট্ৰাইগ্ৰিচ-ইউফ্ৰেটিচৰ পাৰৰ অঞ্চলত সভ্যতাৰ অন্যতম লীলাভূমি গঢ়ি উঠাটো সম্ভৱ হৈছিল। মিচৰতকৈয়ো মেছোপটেমিয়া অধিক সৌভাগ্যশালী

আছিল। কাৰণ মিচৰৰ এখন নদীতকৈ দুখন নদীয়ে মেছোপটেমিয়াক সাৰুৱা কৰিছিল।

কিন্তু বছৰটোৰ ভিতৰত মাত্ৰ ক'ম সময়ৰ কাৰণেহে পানীৰে উভৈনদী হৈছিল। বাকী সময়ত কম-বেছি পৰিমাণে বতৰ খৰাং আছিল। সেইবাবে মেছোপটেমিয়াৰ অধিবাসীসকলে জলসিঞ্চন প্ৰণালীৰ আশ্ৰয় লব ল'গা হৈছিল। ট্ৰাইগ্ৰিচ-ইউফ্ৰেটিচৰ ওপৰিভাগত বান-পানী বন্ধ কৰিবলৈ বান্ধ বা মথাউৰি সজা হৈছিল। প্ৰয়োজন অনুসৰি খেতিৰ মাটিলৈ পানী নিবৰ কাৰণে খাল-নলা খন্দা হৈছিল। এই উপায়ৰ সহায়ত প্ৰচুৰ পৰিমাণে খাজুৰি, গোমধান আৰু যধানৰ খেতি কৰা হৈছিল। আজি কালি পৃথিবীত মানুহৰ সংখ্যা ক্ৰমাত বেছি হৈ অহাৰ কাৰণে বৈজ্ঞানিকসকলে কেনেকৈ গ্ৰীষ্মকালৰ খেতি শীতকালতো কৰিব পাৰি, কেনেকৈ শীতকালৰ শইচ গ্ৰীষ্মকালতো পাব পাৰি তাৰ উপায় উলিয়াইছে। কিন্তু হেজাৰ হেজাৰ বছৰৰ আগতে বেবিলনীয় তথা মেছোপটেমিয়াৰ মানুহে তেওঁলোকৰ সাৰুৱা মাটিত এবছৰৰ ভিতৰতে গোমধানৰ তিনটাকৈ খেতি কৰিছিল। অতীজত মেছোপটেমিয়াক মানুহে স্বৰ্গৰাজ্য বুলি ভাবিছিল—কাৰণ তাত খোৱা বস্তু যথেষ্ট পৰিমাণে উৎপাদন হৈছিল। স্বৰ্গৰাজ্য নহ'লেও ট্ৰাইগ্ৰিচ-ইউফ্ৰেটিচ উপত্যকা যে ভোগৰ ৰাজ্য আছিল সেইটো ঠিক।

## সভ্যতাৰ পাতনি কত ?

এসময়ত পণ্ডিতসকলে অনুমান কৰিছিল যে আগতে ইজিপ্টত সভ্যতাৰ আৰম্ভণি হৈছিল আৰু তাৰ পিছতহে মেছোপটেমিয়াৰ লোকসকলে তাক নকল কৰিছিল। কিন্তু এতিয়া গবেষকসকলৰ ধাৰণা যে নীল নৈৰ পাৰতকৈও আগতেই ট্ৰাইগ্ৰিচ-ইউফ্ৰেটিচৰ পাৰত মানুহে সভ্য জীৱন যাপন কৰিছিল। হাজাৰ হাজাৰ বছৰ ধৰি

বালিময় মাটিৰ তলত মেছোপটেমিয়াৰ অতীত নগৰবোৰ লুপ্ত হৈ আছিল। প্ৰাচীন কালৰ বহুতো ভগ্নাৱশেষ বালিৰ তলৰপৰা খান্দি উলিওৱা হৈছে। সেইবাবেই বৰ্ত্তমানে ঐতিহাসিকসকলৰ ধাৰণা যে মেছোপটেমিয়াৰ সভ্যতা ইজিপ্টতকৈ পুৰণি। কেল্‌দীয়ানসকলৰ আৰ নগৰ খান্দি উলিওৱাৰ পিচত এনে ধাৰণা কৰাটো স্বাভাৱিক হৈ উঠিছে।

কোনো কোনোৰ মতে ইজিপ্ট আৰু মেছোপটেমিয়া উভয়েই তেওঁলোকতকৈও আগৰ সময়ৰ মানুহৰপৰা সভ্যতাৰ শিকনি পাইছিল। কিন্তু এই মতৰ ঐতিহাসিক প্ৰমাণ এতিয়ালৈকে পোৱা নাযায়। এটি বিষয়ত অৱশ্যে মিল আছে। সেইটো হৈছে এই যে খৃষ্ট পূৰ্ব্ব ৪০০০ বছৰৰ আগতেই মিচৰ আৰু মেছোপটেমিয়া দুয়োখন দেশতেই সভ্যতাই গা কৰি উঠিছিল। সম্ভৱতঃ বেহা-বেপাৰ আৰু ভ্ৰমণৰ যোগেদি দুয়োখন দেশেই বস্তু আৰু ভাবৰ আদান-প্ৰদান কৰিছিল। ইজিপ্টতেই প্ৰথমে গোমধানৰ খেতি হৈছিল। কৃষি কাৰ্য্যত ইজিপ্ট আগবাঢ়িলেও সামৰিক বিষয়ত চুমেৰীয়সকলৰ পটুতা বেছি আছিল।

## চুমেৰীয়সকলৰ আতি-গুৰি

মেছোপটেমিয়াৰ দক্ষিণতম অঞ্চলত চুমেৰ অৱস্থিত। টাইগ্ৰিচ-ইউফ্ৰেটিচ নদীৰ দেশত সৰ্ব্বপ্ৰথম ইয়াতে সভ্যতাৰ আৰম্ভণি হয়। চুমেৰীয়সকল কোন জাতিৰ মানুহ, তেওঁলোকৰ উৎপত্তিৰ ঠাই ক'ত এইলৈ মতবিৰোধ আছে। অৱশ্যে এইটো ঠিক যে তেওঁলোকে উত্তৰ অঞ্চলৰ কোনো এখন ঠাইৰপৰা আহিছিল আৰু তেওঁলোক চেমিটিক বা আৰ্য্য জাতিৰ নাছিল, বা চেমিটিক ভাষাও নকৈছিল। চুমেৰীয়সকলে নিজে ভাবিছিল যে তেওঁলোকে এনে এখন ঠাইৰপৰা আহিছিল য'ত খাজুৰ আৰু মাছ ইচ্ছামতে পোৱা যায়। পোৱাল আৰু

মুকুতা আদি খটাই বস্তু কৰালৈ চাই এইটো বুজিব পাৰি যে তেওঁ-লোকে সাগৰৰ পাৰত পোৱা বহুমূলীয়া দ্ৰব্যৰ ব্যৱহাৰ জানিছিল। তেওঁলোকে গৰু-ম'হ পুহিছিল, সু-উচ্চ খলপা-খলপি মন্দিৰ তৈয়াৰ কৰিছিল। সম্ভৱতঃ আদিতে এওঁলোক পৰ্ব্বতীয়া আৰু খেতি কৰি খোৱা মানুহ আছিল। পাৰস্য উপসাগৰৰ উত্তৰ উপকূল পাই নাও বাবলৈ শিকি তেওঁলোকে হয়তো নৈৰ কাষত বসবাস কৰেহি। তেওঁলোকে নিজৰ অভিজ্ঞতাৰপৰা দেখিলে যে অলপ চেষ্টা কৰিলে বহুতো য'ধান পাব পাৰি আৰু গৰু-মহ ৰাখিবৰ কাৰণে চৰণীয়া ঠাই কৰি লব পাৰি। চুমেৰীয়সকলে মূৰ আৰু মুখমণ্ডল খুৰাই পেলাইছিল, অৱশ্যে দাড়ি-চুলি থকা চুমেৰীয়কো ছবিত দেখা যায়। শ্বিনাৰ সমতলৰ দক্ষিণ অঞ্চলত তেওঁলোকে নিগাজীকৈ বসবাস আৰম্ভ কৰিছিল কাৰণে মানুহৰ নাম অনুসৰি সমতল ডোখৰৰ নাম চুমাৰ হয়।

## চুমেৰীয়সকলৰ বিষয়-সম্পদৰ উন্নতি, অৰ্থনীতি

চুমেৰীয়সকল খেতিযক শ্ৰেণীৰ মানুহ আছিল। তেওঁলোকে ঘেঁহু আৰু য'ধানৰ খেতি কৰিছিল। খেতিৰ কাৰণে গৰু আৰু নাঙলৰ ব্যৱহাৰ এওঁলোকে জানিছিল। নলা আৰু খাল খান্দি তেওঁলোকে জলসিঞ্চন ব্যৱস্থা গঢ়ি তুলিছিল। গৰু, ম'হ, ভেৰা আৰু ছাগলী চুমেৰীয়সকলে পুহিছিল। ভেৰাৰ নোমৰপৰা হোৱা উলৰ কাৰণে বিদেশতে চুমেৰীযসকলৰ নাম আছিল। খৃঃ পূঃ ৩০০০ চনত চুমেৰীযসকলে হাতেৰে কঠীযা সিঁচা নিযমৰ ঠাইত এটা নতুন উপায উলিয়ায়। এই উপায়েৰে এবিধ যন্ত্ৰৰ সহাযত সমান ভাবে কঠীয়া সিঁচা হৈছিল, যাতে একে ঠাইতে থোপখাই কঠীয়াবোৰ নপৰে। কৃষিকাৰ্য্যৰ লগতে পশুপালনৰ কাৰণেও তেওঁলোকে চকু দিছিল, গৰু, ছাগলীৰ গাখীৰ খিৰাইছিল, শাক-পাছলিৰ খেতিও তেওঁলোকে

কৰিছিল—লেচেৰা মাহ, মটৰ মাহ, নহৰু, পিঁয়াজ, কোমোৰা আদি হৈছিল। ডিমৰু, নাচপতি, আপেল আদি ফলমূলৰ খেতিও যতনেৰে সৈতে কৰিছিল।

নগৰসমূহৰ শিল্পকাৰ্য্য উন্নত আছিল। নবপ্ৰস্তৰ যুগৰ আহিলা-পাতিৰে নগৰত কুটীৰ শিল্প গঢ়ি উঠিছিল। নানা তৰহৰ ৰঙেৰে কাপোৰ বোলোৱা হৈছিল। চুমেৰীয নগৰত “ৰং কিনিবা কোনে” বুলি সুধিব লগা নহৈছিল, কাপোৰ বোৱা শিল্প ৰঙেৰে ৰাঙলী আছিল। প্ৰাচীন নগৰৰ ধ্বংসাৱশেষ খান্দি উলিওৱাৰ পিছত দেখা গৈছে যে সেই সময়ত কুমাৰসকলে হাতেৰে তৈয়াৰ কৰাৰ উপৰিও চাক বা ঘূৰি থকা চকৰিৰ সহায়ত মাটিৰ পাত্ৰ তৈয়াৰ কৰিছিল। কুমাৰৰ চাক ( চকা ) পোন প্ৰথমতে ইজিপ্টত আবিষ্কাৰ হৈছিল বুলি বহুতৰে ধাৰণা আছিল। কিন্তু এতিয়া দেখা গৈছে যে নীল নদীৰ উপত্যকাত প্ৰচলিত হোৱাৰ সময়তেই চুমাৰ আৰু এলেমত মাটিৰ পাত্ৰ তৈয়াৰ কৰা চকৰিৰ প্ৰচলন আছিল। চকৰিৰ বিষয়ত চুমেৰীয়সকল মিছৰবাসীসকলতকৈ একোৱ চৰা আছিল। মিচৰৰ মানুহে মাটিৰ বস্তু সজাৰ কাৰণেহে চকৰি ব্যৱহাৰ কৰিছিল। কিন্তু চুমেৰীয়সকলে গৰু আৰু গাধৰ সহায়ত চকৰি থকা গাড়ীও উলিয়াই-ছিল। এই বাহনবিলাকত উঠি নগৰবাসীযে ওখোৰা-মোখোৰা সৰু ৰাস্তাৰ ওপৰেদিও গৈছিল।

মিচৰবাসীসকলৰ দৰে চুমেৰীয়সকলেও ধাতুৰ ব্যৱহাৰ জানি-ছিল। খ্ৰঃ পূঃ ৩০০০ চনৰ সময়তে তেওঁলোকে দা, কুঠাৰ, কৰট, কটাৰী, হাতুৰী আদি সঁজুলি ব্যৱহাৰ কৰিছিল। প্ৰথমতে এইবিলাক শিল আৰু জন্তুৰ হাড়েৰে তৈয়াৰ কৰা হৈছিল। পিছলৈ তাম আৰু ব্ৰঞ্জৰ ( তাম আৰু টিন মিহলি কৰি পোৱা ধাতু ) ব্যৱহাৰ হৈছিল। সম্ভৱতঃ নীল নৈৰ কাষৰ অধিবাসীসকলৰপৰা চুমেৰীয়সকলে তামৰ ব্যৱহাৰ শিকিছিল। কিন্তু তাম আবিষ্কাৰ হোৱাৰ বহুদিন পিছলৈকে

সঁজুলি তৈয়াৰ কৰাৰ কাৰণে শিল ব্যৱহৃত হৈছিল। এইবিলাকৰ উপৰিও চুমেৰীয়সকলে কিছুমান বহুমূলীয়া ধাতুৰ ব্যৱহাৰতো পাৰ্গত আছিল। চুমেৰীয় সংস্কৃতিৰ নিদৰ্শন স্বৰূপে এখনি বীণা পোৱা হৈছে। খৃঃ পূঃ ৩০০০ বা তাৰো আগতে সম্ভৱতঃ এইখন তৈয়াৰ কৰা হৈছিল। বীণ খনিত ৰূপৰ কাম কৰা আছে আৰু তলফালে গৰুৰ প্ৰতিমূৰ্ত্তি আছে। ইয়াৰপৰা ৰূপৰ ব্যৱহাৰৰ উপৰি এইটোও দেখা যায় যে সঙ্গীত যন্ত্ৰ তৈয়াৰ কৰোঁতেও চুমেৰীয়সকলে তেওঁলোকৰ কৃষিৰ সঁজুলিলৈ পাহৰি যোৱা নাছিল।

আজি কালি গধুৰ শিল্প মানে আমি বুজো লো-তীখাৰ কাৰখানা বা মেচিন তৈয়াৰ কৰা কাৰখানা ইত্যাদি। চুমাৰ মেছোপটেমিয়াৰ গধূৰ শিল্প আছিল ঘৰ-সজাটো। প্ৰাচীনতম ঘৰবিলাক খাগৰি মাটি আৰু পাটিৰ দৰে বস্তুৰে কৰা হৈছিল। খৃঃ পূঃ ৪০০০ বছৰৰ শেষৰ পিনে কে'কৰ আকৃতিৰ এবিধ ইটা মন্দিৰ সজাৰ কাৰণে ব্যৱহৃত হৈছিল। দীঘলীয়া আকৃতিৰ ইটা খৃঃ পূঃ ৩০০০ৰ মাজৰ ভাগতহে প্ৰচলিত হৈছিল। খৰি কম থকাৰ হেতুকে জুইত পোৰা ইটা বেচিকৈ কৰা নহৈছিল, ৰ'দত শুকাই ইটা তৈয়াৰ কৰা প্ৰথা সাধাৰণতে আছিল। কাঠ, শিল বা পাথৰ হাতধৰিহে অৰ্থাৎ সাৱধানে ব্যৱহাৰ কৰা হৈছিল কাৰণ এইবিলাক অন্য ঠাইৰপৰা আমদানী কৰি আনিব লগা হৈছিল। ৰ'দত শুকোৱা ইটাৰে কিন্তু স্থায়ী ঘৰ কৰাটো সম্ভৱপৰ নাছিল। সেয়েহে চুমেৰীয ভগ্নাৱশেষ দৰাচলতে মাটি-বালিৰ সমষ্টি যেন দেখা যায়। চুমেৰীয প্ৰাসাদ, মন্দিৰ আদিৰ গঠন মিচৰতকৈ সুকীয়া ধৰণৰ আছিল। বৃহৎ বৃহৎ ঘৰ, মন্দিৰ আদি সজাত মিচৰবাসীসকলৰ দৰে চুমেৰীয়সকলে পাৰদৰ্শিতা দেখুৱাব পৰা নাছিল।

কৃষিজীৱী মানুহ হিচাবে কৃষি আৰু পশুপালনৰ ওপৰতে নিৰ্ভৰ কৰি চুমেৰীয়সকলে জীৱন নিৰ্ব্বাহ কৰিছিল। কিন্তু "বাণিজ্যে বসতি

লক্ষ্মী” ( বেহা-বেপাৰৰপৰা ধন-সম্পত্তি হয় ) এই কথাষাৰলৈ তেওঁ-লোকে আওকাণ কৰা নাছিল। ওপৰত উল্লেখ কৰা বস্তুৰ বাহিৰেও উণৰ উৎপাদনে আৰু কাপোৰ বোৱা শিল্পৰ উন্নতিয়ে বেহা-বেপাৰত সুচল কৰিছিল। দেশৰ প্ৰয়োজন পূৰাব পাৰিলে বস্তু ৰপ্তানি কৰিব পৰা হয়, দেশৰ প্ৰয়োজনৰ কাৰণে আমদানিও কৰিব লগা হয়। চুমেৰীয়সকলে নিজে উৎপন্ন কৰা বস্তুৰে পশ্চিম এচিয়াৰ দেশসমূহৰ লগত লাভজনক ব্যৱসায় চলাইছিল। পশ্চিম এচিয়া কিয়, এচিয়া মহাদেশৰ বহুদূৰলৈকে, আনকি সিন্ধু নদীৰ উপত্যকাৰ লগতো এনে বেহা-বেপাৰ চলিছিল। সিন্ধু নৈৰ উপত্যকাৰ এটি মোহৰ চুমাৰত পোৱা হৈছে, ইয়াৰপৰা টাইগ্ৰিচ-ইউফ্ৰেটিচ এলেকাৰ লগত বাণিজ্যৰ প্ৰমাণ পোৱা যায়। সম্ভৱতঃ স্থল-পথেদি এনে বাণিজ্য চলিছিল।

ব্যৱসায় ক্ষেত্ৰত চুমাৰৰ মঠ-মন্দিৰ বিলাকৰো ভূমিকা আছিল। এইবিলাক ওপৰঞ্চি হৈ থকা কৃষিজাত দ্ৰব্য গোটাই থোৱা হৈছিল। কুটীৰ শিল্পৰো কেন্দ্ৰ আছিল। প্ৰথমতে ছেগা-চোৰোকাকৈ ব্যৱসায় চলিছিল। কিন্তু খৃঃপূঃ ৩০০০ৰ মাজ ভাগৰপৰা চুমেৰীয় নগৰসমূহ আৰু ওচৰৰ দেশবোৰৰ মাজত নিয়মিত ভাৱে বেহা-বেপাৰ চলে। চুমেৰীয়সকলে ওমানৰপৰা তাম, চিৰিয়াৰপৰা টিন, চিলিকিয়াৰ আৰু এলেমৰপৰা ৰূপ, আনাটলীয়া, চিৰিয়া আৰু এলেমৰপৰা সোণ, চিৰিয়া, আৰব আৰু ইৰাণৰপৰা উ'ণ, আৰব আৰু ইজিপ্টৰপৰা তুলা, চিৰিয়াৰপৰা তেল আৰু মাদক দ্ৰব্য আৰু ভাৰতৰপৰা ৰঙ আৰু মচলা আমদানী কৰিছিল বা পাইছিল। চুমেৰীয় সদাগৰসকলে তেওঁলোকৰ নগৰবোৰত উৎপন্ন হোৱা অস্ত্ৰ-শস্ত্ৰ, সূতাৰ বস্তু আৰু কাপোৰ, নানা সা-সঁজুলি, ঘট, প্ৰসাধনৰ বস্তু, গহনাপাতি আৰু চামৰাৰ বস্তু হয় আনাটলীয়া আৰু চিৰিয়াত থাকি বিক্ৰি কৰিছিল নতু ভিন ভিন দেশলৈ ৰপ্তানি কৰিছিল।

## চুমেৰীয়সকলৰ জীৱন-যাত্ৰা আৰু শাসন প্ৰণালী

চুমেৰীয়সকলেই আছিল ইতিহাসৰ প্ৰথম নগৰ-নিৰ্ম্মাতা। নাগৰিক সকলৰ ভিতৰত শ্ৰেণীবিভাগ আছিল। স্বাধীন জমিদাৰবিলাকে দাস সকলৰ সহায়ত খেতি কৰিছিল, দল-বান্ধি স্থলপথত আৰু নদীত সৰু-সুৰা নাৱৰে বেহা-বেপাৰ চলাইছিল। মাটি মালিকসকলৰ উপৰি কৰ্ম্মচাৰী আৰু পুৰোহিতসকলক লৈ অভিজাত শ্ৰেণী গঠিত হৈছিল। জমিদাৰ, কৰ্ম্মচাৰী, পুৰোহিত আৰু দাস এই কেইটাৰ ভিতৰত প্ৰথম তিনটা শ্ৰেণীৰ বিষয়-সম্পদ আছিল, নগৰৰ ওচৰে পাজৰে মাটি আছিল। নগৰত থকা সমাজক কেন্দ্ৰ কৰি ওচৰৰ মাটি লৈ এখন ৰাজ্য বা ৰাষ্ট্ৰ হৈছিল। এই ৰাজনৈতিক গোটক আমি নগৰ-ৰাষ্ট্ৰ বুলিব পাৰো। খৃঃ পূঃ ২৯০০—২৪৫০ চনৰ সময় ছোৱাক আমি চুমেৰীয় নগৰ-ৰাষ্ট্ৰৰ যুগ বুলিব পাৰো।

চুমেৰীয়সকলৰ ৰজা আছিল। চুমেৰীয় ভাষাত ৰজাক "পাটেচি" আৰু অক্কাদীয় ভাষাত "ইশ্বাকু" বোলা হৈছিল। চুমেৰীয় নগৰৰ ৰজাই যুদ্ধ-বিগ্ৰহ আৰু জল সিঞ্চনৰ বিষয়ত নাগৰিক সকলক সহায় কৰিছিল। আক্ৰমণৰপৰা ৰজাই প্ৰজাসকলক ৰক্ষা কৰিব লাগিছিল। প্ৰজাই কৰ-কাটল দিছিল। তাৰ উপৰি ৰজাৰ কাম আছিল বান্ধ আৰু নলা খালবিলাক মেৰামত কৰি ভালকৈ ৰখা, যাতে খেতি-বাতিক বান-পানীয়ে নষ্ট কৰিব নোৱাৰে আৰু পানীৰ অভাৱত শস্য নোহোৱাৰ ফলত দুৰ্ভিক্ষৰ সৃষ্টি নহয়। চুমেৰীয়সকলৰ মাজত চলি অহা প্ৰথামতে ৰজাক তেওঁলোকে নগৰৰ দেৱতাৰ মুখ্য "ভোগ-দখলী খেতিয়ক" বুলি গণ্য কৰিছিল। প্ৰতি বছৰ হেনো এখন নগৰৰ ঈশ্বৰে তেওঁৰ নগৰ-ৰাজ্যখন ৰজাক "লীজ" (নিৰ্দ্ধাৰিত সময়ৰ বাবে দখল ৰাখি সা-সম্পত্তি ভোগ কৰিবলৈ দিয়া চুক্তিৰ ইংৰাজী শব্দ) হিচাবে একোটা ডাঙৰ উৎসৱত দিয়ে, বছৰে বছৰে নতুন বন্দবস্ত কৰা হয়। ইয়াৰপৰা এইটো বুজোৱা হৈছিল যে

নগৰ-দেৱতাৰ অনুমোদন অনুসৰিহে ৰজাই শাসনভাৰ চলায়। নগৰ-দেৱতাই ৰজাক দিয়া কৰ্ত্তব্যৰ ভিতৰত আছিল ঃ খেতিয়ক আৰু গৰু-ভেৰা ৰখীয়াবোৰৰ কৰ সংগ্ৰহ, মঠ-মন্দিৰবোৰৰ ৰক্ষণাবেক্ষণ, আৰু কুটীৰ-শিল্পালয়বোৰৰ কাম-কাজত চকু ৰখা, ব্যৱসায় সম্বন্ধীয় চুক্তি আইনসঙ্গত কৰা, নিৰ্দিষ্ট মানৰ ওজন আৰু জোখ ৰক্ষা কৰা, আৰু নগৰখন ৰক্ষা কৰা। ৰজাই নগৰৰ জীৱন নিৰ্ব্বাহৰ সকলো বিষয়তে চকু দিব লাগিছিল। নগৰদেবতাই বোলে বছৰি ৰজাক নিৰ্ব্বাচন কৰিছিল। সেই নিৰ্ব্বাচন একোটা পৰিয়ালৰ ভিতৰতে সীমাবদ্ধ আছিল ; বাপেকৰপৰা পুতেকলৈ নিয়মিত ভাবেই ৰাজ্যৰ ভোগ-দখল আহিছিল। দেৱতাই জানো সঁচাকৈয়ে নিৰ্ব্বাচন কৰিছিল ? আচলতে ৰজাৰ বংশক সাধাৰণৰ চকুত মাননীয় কৰি দেখুৱাবলৈহে ঈশ্বৰৰ নাম লোৱা হৈছিল।

ঈশ্বৰৰপৰা ক্ষমতা পোৱা ৰজাই বেচ আমোদ-প্ৰমোদত দিন কটাইছিল। 'আৰ' নগৰত থকা ৰজাৰ কবৰ সাম্প্ৰতিক কালত খানি উলিৱা হৈছে। কবৰৰ ভিতৰত কাৰুকাৰ্য্য খচিত খেল-ধেমালিৰ ব'ৰ্ড এখনো পোৱা হৈছে। ইয়াৰপৰা অনুমান কৰিব পাৰি যে ৰজাই নাচ গান আৰু জুৱা খেল ভাল পাইছিল। চুমেৰীয়সকলে বিশ্বাস কৰিছিল যে ভাল বেয়া সকলো মানুহেই মৃত্যুৰ পিচত পৃথিবীৰ তলৰ পাতাললৈ গৈছিল। গতিকে ঐশ্বৰিক ক্ষমতাসম্পন্ন ৰজাও মৃত্যুৰ পিছত পাতাল পুৰী পাইছিলগৈ। পাতালপুৰীতো কিন্তু থাকিবলৈ ঘৰ আৰু অন্যান্য সামগ্ৰী লাগিব। গতিকে ৰজাৰ কাৰণে কবৰত যা-যোগাৰ ৰখা হৈছিল। ৰজাৰ লগত তৰোৱালধাৰী সৈন্য আৰু ধুনীয়া সাজ-পাৰ আৰু গহনা-পাতি পিন্ধা মাইকী মানুহকো কবৰ দিয়া হৈছিল। আৰ নগৰত পোৱা ৰজাৰ কবৰত মাইকী মানুহৰ সৈতে চাৰিখন কাৰুকাৰ্য্য খচিত বীণা পোৱা গৈছিল। মাইকী মানুহে তেজ-ৰঙা উণৰ কাপোৰ পিন্ধিছিল আৰু মূৰত সোণ-ৰূপৰ অলঙ্কাৰ পিন্ধিছিল। ৰজাৰ

চবৰটোত চাৰি চকৰীয়া দুখন ৰথো পোৱা হৈছিল, একোখন ৰথক তিনিটি গৰুৱে টনাৰ ব্যৱস্থা আছিল। পাতালপুৰীত যাতে একো অসুবিধা নোহোৱাকৈ ৰজাই চলিব পাৰে তাৰ কাৰণে লগুৱা লিকচৌ নৰ্ত্তকী সহ সকলোৰে·যোগান ধৰা হৈছিল।

## চুমেৰীয় নগৰবোৰৰ মাজত যুদ্ধ-বিগ্ৰহ

মিচৰবাসীসকল ইতিহাসৰ প্ৰথম শিল্পনিপুণ জাতি আছিল। কিন্তু ৰণনিপুণতাৰ ফালৰপৰা চুমেৰীয়সকলেহে প্ৰথম ঠাই দাবী কৰিব পাৰে। পানী আৰু মাটিৰ সীমালৈ চুমেৰীয় নগৰবোৰৰ মাজত প্ৰায় যুঁজ লাগি আছিল। খৃঃ পূঃ ৩০০০—২৪৫০ৰ সময়খিনিত এনে যুঁজ-বাগৰ চলি আছিল। নদীৰ গতি সলনি হলেই মাটিৰ সীমাৰ গণ্ডগোল হয় আৰু ইয়াৰ পৰাই যুঁজ আৰম্ভ হয়। এইভাবে নগৰ-ৰাষ্ট্ৰবোৰৰ মাজত সংঘৰ্ষ চলি থকাৰ সুযোগ লৈ এটা নতুন জাতিয়ে চুমাৰ দখল কৰে।

## চুমাৰত অক্কাদীয় সাম্ৰাজ্য ( খৃঃ পূঃ ২৪২৫-২২৭০ )

চুমাৰ দখলকাৰী নতুন বিজেতাসকল পোনতে আৰৱৰ মৰুভূমিৰ পৰা অহা মানুহ। চুমেৰীয়াৰ উত্তৰে অক্কাদত তেওঁলোকে বসবাস কৰিছিল। কৌটিল্যৰ "অৰ্থশাস্ত্ৰ"ত কৈছিল যে তোমাৰ ওচৰ চুবুৰীয়া তোমাৰ শত্ৰু। পুৰণি পৃথিবীৰ হয়তো নিয়ম এইটোৱেই আছিল। এই নিয়মকে অনুসৰণ কৰি চেমিটিক ৰণনায়ক প্ৰথম চাৰগণে প্ৰায় খৃঃ পূঃ ২৪৫০ চনত চুমেৰীয় নগৰবোৰক পৰাজিত কৰি চুমাৰ দখল কৰে আৰু অতিৰিক্ত কৰৰ বোজা জাপি দিয়ে। প্ৰথম চাৰগণে চুমাৰ আৰু অক্কাদক লগ লগাই এখন যুক্তৰাজ্য স্থাপন কৰে। প্ৰবাদ আছে যে চাৰগণৰ নীচ কুলত জন্ম হৈছিল। তেওঁৰ মাকে খাগৰীৰ মুঠাৰ ভিতৰত তেওঁক বান্ধি নৈৰ কাষত বোলে থৈ

দিছিল। এজন মানুহে এনে অৱস্থাত তেওঁক পাই তুলি-তালি ডাঙৰ দীঘল কৰিলে, যাতে ভবিষ্যতে এজন ভাল মালী হ'ব পাৰে। পিচে প্ৰতিভাশালী চাৰগণে সৈনিকৰ জীৱন বাচি ল'লে আৰু লগৰীয়া সকলৰ সহায়ত বিদ্ৰোহ কৰি নিজৰ ৰজাক সিংহাসনচ্যুত কৰিলে। ইয়াৰ পিছত তেওঁ চুমাৰ দখল কৰিবলৈ মন মেলে। চুমাৰ আৰু অক্কাদ লগ লগাই চাৰগণে নিজকে যুক্তৰাজ্যৰ ৰজা বুলি ঘোষণা কৰিলে। ইতিহাসত চাৰগণেই প্ৰথম পৰাক্ৰমী চেমিটিক ৰজা যি পূবে এলেমৰপৰা আৰম্ভ কৰি পশ্চিম আৰু উত্তৰত ভূমধ্যসাগৰ আৰু টাইগ্ৰিচ-ইউফ্ৰেটিচ নদী পৰ্য্যন্ত সীমা বিস্তাৰ কৰিছিল। কিন্তু এই পৰাক্ৰমী ৰজাৰ শাসনৰো পৰালি পৰে এটা বিদ্ৰোহৰ ফলত। চাৰগণৰ নাতিয়েক নাৰাম-চিনে সাম্ৰাজ্য বিস্তাৰৰ নীতি দৃঢ়ভাবে অনুসৰণ কৰিছিল। ফলস্বৰূপে তেওঁ অক্কাদ আৰু চুমাৰৰ উপৰিও এলেম, এচিৰিয়া আৰু চিৰিয়াৰ ওপৰতো প্ৰভুত্ব বিস্তাৰ কৰিছিল। অক্কাদীয় ৰজাসকলে চুমেৰীয় সভ্যতা গ্ৰহণ কৰিছিল আৰু তাৰ সংস্কাৰ সাধনো কৰিছিল। অক্কাদীয় শাসনৰ দুশ বছৰৰ ভিতৰত গোটেই মেছোপটেমিয়া জুৰি চুমেৰীয় সভ্যতা বিয়পি পৰিছিল। আনকি ক্ৰীটৰ সভ্যতাৰ লগত ওচৰ সম্বন্ধ স্থাপন কৰিছিল।

## চুমেৰীয় সভ্যতাৰ সোণালী যুগ

অক্কাদীয় সাম্ৰাজ্য বেচি দিনলৈ নাথাকিল। উত্তৰ পশ্চিম-আৰু উত্তৰ-পূবফালৰ বিদেশী আক্ৰমণত এই সাম্ৰাজ্যৰ পতন হয়। দক্ষিণে হোৱা বিদ্ৰোহো অক্কাদীয় ৰাজ্য পতনৰ আন এটা কাৰণ। উত্তৰ-পশ্চিম ফালৰপৰা এমৰাইটসকল আহি মধ্য উপত্যকা দখল কৰে। আৰু উত্তৰ-পূব পিনৰপৰা গুটিয়ান নামে এটা পৰ্ব্বতীয়া উপজাতিয়ে আক্ৰমণ কৰে। গুটিয়ানবিলাকে চুমেৰীয় নগৰসমূহ জয় কৰাৰ পিছত স্থানীয় ৰাজ্যপালৰ যোগেদি শাসন চলায়। গুটিয়ানসকলে

প্ৰায় ১২৫ বছৰ ৰাজত্ব কৰে (খৃঃ পূঃ ২২৭০—২১৪৫)। এৰেকৰ ৰজা উটু-হেগালে চুমেৰীয় নগৰবোৰৰ সহায়ত গুটিয়ানবোৰক খেদি দিয়ে।

গুটিয়ানবোৰক খেদি পঠিওৱাৰ লগে লগে ইখনৰ পিছত সিখনকৈ চুমেৰীয়াৰ তিনিখন পুৰণি নগৰে স্বাধীনতা লাভ কৰে। এই বিলাকৰ নেতৃত্ব কৰিছিল ঐতিহ্যপূৰ্ণ পুৰণি নগৰ আৰে। খৃঃ পূঃ প্ৰায় ২১৪০—২০৩০ চনৰ সময় ছোৰতে আৰ সাম্ৰাজ্যই গা কৰি উঠে।

হৃত গৌৰৱ উদ্ধাৰ কৰাৰ পিছত মহতী নগৰী আৰে চুমেৰীয় কৃষ্টি সভ্যতাৰ উন্নতি সাধনৰ ক্ষেত্ৰত যথেষ্ট বৰঙণি যোগায়। এই সময়খিনি চুমেৰীয় সভ্যতাৰ সোণালী যুগ আছিল। আৰ-নামুৰ নেতৃত্বত গোটেই উপত্যকা জুৰি আৰ সাম্ৰাজ্যৰ ক্ষমতা বিয়পি পৰে। আৰ্ নগৰীৰ ঐশ্বৰ্য্যই সেই সময়ৰ যি কোনো নগৰক চেৰ পেলাইছিল। আঢ়ৈ মাইল দীঘলীয়া দেৱালেৰে নগৰখন ঘেৰি ৰখা হৈছিল, দেৱালখন ৭৫ ফুট ডাঠ আছিল। ৰাস্তাবিলাক ঠেক আছিল কাৰণে মানুহৰ ঘৰৰ চুকবিলাক ঘূৰণীয়া কৰাৰ আদেশ হৈছিল, যাতে ওলাই থকা ইটা গাত লাগি মানুহে আঘাত পাব নোৱাৰে। নগৰত কেইবাটাও শ্ৰেণীৰ মানুহে বাস কৰিছিল, শাসক শ্ৰেণী, মধ্যবিত্ত নাগৰিক শ্ৰেণী আৰু কাম কৰি খোৱা শ্ৰেণীৰ শ্ৰমিকসকল। ডাঙৰ মানুহ সৰু মানুহৰ ভাব বোধ হয় আছিল। শ্ৰমিকসকলে নগৰৰ সীমা-মূৰিযলিত খাগৰি আৰু মাটিৰে কৰা ঘৰত বাস কৰিছিল, অথচ মধ্যবিত্ত স্বাধীন নাগৰিক আৰু মালিকসকল দেৱালৰ ভিতৰুৱা ঠাইত মোটামুটি পকীঘৰত আছিল। মঠ-মন্দিৰবিলাকৰ ওচৰ-পাজৰৰ ঠাইক পবিত্ৰ বুলি গণ্য কৰা হৈছিল। এনে পবিত্ৰ ভূমিতে শাসকশ্ৰেণীয়ে বাস কৰিছিল। ঈশ্বৰ, ৰজা, পুৰোহিত শ্ৰেণী আৰু ডা-ডাঙৰীয়াসকল এনে ঠাইত আছিল। নগৰীত প্ৰায় ১০ লাখ মানুহে বাস কৰিছিল।

আৰৰ নেতৃত্বত প্ৰায় এশবছৰীয়া সমৃদ্ধি গঢ়ি উঠাত বেহা-বেপাৰৰ যথেষ্ট প্ৰসাৰ ঘটিছিল। মধ্য এচিয়াৰ এক সুবিশাল অঞ্চলত কৰ্ত্তৃত্ব থকাৰ কাৰণে আগতকৈও বেছি পৰিমাণে বেহা-বেপাৰ কৰাত সুবিধা হৈছিল। বহুমূলীয়া ধাতু বৃদ্ধি হোৱাৰ লগে লগে এটা নিৰ্দ্দিষ্ট ওজনৰ ৰূপৰ মুদ্ৰাক বিনিময়ৰ কাৰণে অৰ্থাৎ টকা পইচাৰ দৰে ব্যৱহাৰ কৰা হৈছিল। প্ৰথমতে ৰূপৰ মূল্য সোণৰ চাৰিভাগৰ এভাগ আছিল। পিছলৈ ৰূপ বেচি হোৱাৰ কাৰণে মূল্যও কমি আহে। নগৰসমূহত ভিন ভিন ধৰণৰ শিল্পৰ উৎপাদন হৈছিল। জল আৰু স্থল উভয় পথেদি বজাৰৰ সামগ্ৰী ৰপ্তানি কৰা হৈছিল। ইতিহাসৰ ভিতৰত প্ৰথমেই ইয়াতে ব্যৱসায়ত ব্যৱহাৰ কৰা বহুতো নিয়ম-কাৰণৰ উৎপত্তি হয়। ব্যৱসায় ক্ষেত্ৰত লিখিত চুক্তি কৰাৰ নিয়ম ওলায়। সামাজিক আচাৰ-ব্যৱহাৰৰ বিষয়তো নতুন নিয়ম গঢ়ি উঠে। এই বিলাকেই শেষত আইনত পৰিণত হয় গৈ। এই আইনবোৰে মানুহৰ চলন-ফুৰণ নিয়ন্ত্ৰণ কৰিছিল। পশ্চিম এচিয়াৰ ভিতৰত চুমেৰীয়-সকলেই পোন প্ৰথমতে দেৱানী আদালতত চলা আইন নিয়াৰিকৈ লিখি উলিযাইছিল।

চুমেৰীয সংস্কৃতিৰ সোণালী-যুগত গৃহ-নিৰ্ম্মাণ বিদ্যাৰো যথেষ্ট উন্নতি হৈছিল। আৰৰ শক্তি আৰু সমৃদ্ধিৰ বিষয়েও ইয়াৰপৰা ধাৰণা কৰিব পাৰি। ১৯৩০ চনত আৰৰ ভগ্নাৱশেষ খান্দি উলিওৱা হৈছে। ইযাৰপৰা চুমেৰীযসকলৰ নিপুণ ভাস্কৰ্য্যৰ পৰিচয় পোৱা যায়। মিনাৰ থকা মন্দিৰ এটা ওলাইছে, দেখিবলৈ খুব ধুনীয়া। আৰৰ তিনিজন প্ৰতাপী ৰজাৰ কবৰো ওলাইছে। অৱশ্যে এলেমাইট-বোৰে কবৰ কেইটা লুট-পাত কৰা কাৰণে ১৯৩০ চনত খান্দোতে তাত একো পোৱা নহৈছিল।

টাইগ্ৰিছ-ইউফ্ৰেটিছ উপত্যকাৰ নামনিত চুমেৰীয় সভ্যতাব সোণালী যুগত নগৰবিলাক বৰ পৰিপাটিকৈ ৰখা হৈছিল। পানী চলাচলৰ

কাৰণে নলা খান্দি সুব্যৱস্থা কৰা হৈছিল। জলসিঞ্চন প্ৰণালী উন্নত আছিল। উপত্যকাটোৰ ভিন ভিন ঠাইত সাৰুৱা খেতিৰ মাটি আছিল। নগৰসমূহ ফলে-ফুলে জাতিষ্কাৰ হৈ উঠিছিল। নগৰৰ মন্দিৰত চৰকাৰী কাৰ্য্যালয় আছিল। পুৰোহিতসকলে শাসন কাৰ্য্য চলাইছিল, লিখিত আইন কাৰ্য্যকৰী কৰিছিল। লিখা-পঢ়া আৰু সংস্কৃতিমূলক কামবোৰো পুৰোহিতসকলেই পৰিচালনা কৰিছিল।

বেবিলনীয়াৰ লোকসকলে চুমেৰীয় সভ্যতাৰ বিকাশ সাধন কৰিছিল। কিন্তু বেবিলনীয় সভ্যতাৰ ভিত্তি-প্ৰস্তৰ ৰচিত হৈছিল বিশেষকৈ চুমেৰীয় সভ্যতাৰ সোণালী যুগত। শাসন-কাৰ্য্য, আইন, ভাস্কৰ্য্য, স্থপতি বিদ্যা, সাহিত্য, ধৰ্ম্ম এই সকলো বিষয়তে বেবিলনীয়-সকলে তৃতীয় আৰ বংশৰপৰা শিক্ষা পাইছিল।

## বেবিলনীয়া : হামুৰাবিৰ যুগ

প্ৰথম চাৰগণৰ মৃত্যুৰ পিছৰেপৰা—মেছোপটেমিয়াত বিদেশী আক্ৰমণৰ উজান উঠিছিল। গৃহযুদ্ধও হৈছিল আৰু ইছিন আৰু লাৰ্চা বংশৰ মাজত হোৱা খিয়লা-খিয়লিৰ ফলত চুমেৰীয় শাসনৰ পতন হয়। খৃঃ পূঃ প্ৰায় একবিংশ শতিকাত এমৰাইট্‌সকলে বেবিলন নামে সৰু নগৰখন দখল কৰে। আচলতেই সেই সময়ত এখন অজ্ঞান গাওঁহে আছিল, ইউফ্ৰেটিছ নদীৰ পাৰত। এমৰাইট্‌সকলে ( চেমিটিক জাতিৰ ) তিনিশ বছৰ ধৰি ( খৃঃ পূঃ প্ৰায় ১৭৫০ লৈকে ) বেবিলনত ৰাজত্ব চলাইছিল। বেবিলনৰ এমৰাইট্ নায়কসকলে নগৰখনক ইমান ক্ষমতাশালী কৰি তুলিলে, সভ্যতাৰ পিনৰপৰা ইমান জাকত জিলিকা কৰি তুলিলে যে বেবিলনৰ নাম অনুসৰিয়েই শ্বিনাৰ সমতলভাগ বেবিলনীয়া নামে বিখ্যাত হৈ পৰিল।

বেবিলনৰ পূৰ্ব্বৰ এমৰাইট্ ৰজাবিলাকে সমগ্ৰ চুমাৰ আৰু অক্কাদ দখল কৰিব পৰা নাছিল। পূবৰপৰা অহা এলেমাইট্‌বোৰৰ বিৰুদ্ধে

যুঁজ-বাগৰ কৰি থাকিব লগা হৈছিল। প্ৰায় এশবছৰ ধৰি যুজ চলাৰ পিছত বেবিলনৰ এমৰাইট্‌ বংশৰ ষষ্ঠ ৰজা হামুৰাবিয়ে সমগ্ৰ মেছোপটেমিয়াৰপৰ. বিদেশী আক্ৰমণকাৰীক অৰ্থাৎ এলেমাইট্‌বোৰক খেদি পঠায়। হামুৰাবিযে নিজেই প্ৰায় ত্ৰিশ বছৰকাল যুঁজ কৰিব লগা হৈছিল।

যুদ্ধ-বিগ্ৰহৰ সময়ত আটাইতকৈ বেছি ক্ষতি হৈছিল—দুখীয়া খেতিয়কসকলৰ। তেওঁলোকে সদায়ে চিন্তাত থাকিব লগা হৈছিল। কিজানি যুঁজ-বাগৰত খেতি নষ্ট হয়, কিজানি আক্ৰমণকাৰীহঁতে খাদ্য-শস্য লৈ যায়। হামুৰাবিয়ে খেতিযকসকলক এনে দুশ্চিন্তাৰপৰা মুক্ত কৰে। বেবিলনত তেওঁ ৰাজধানী পাতে। প্ৰায় হাজাৰ বছৰ ধৰি এই ৰাজধানী সমগ্ৰ বেবিলনীযাৰ উন্নতিৰ সাক্ষী আছিল।

## শাসনকৰ্ত্তা হিচাবে হামুৰাবি ( খৃঃ পূঃ ১৯৪০ )

হামুৰাবি শাসনত মেছোপটেমিয়াত একতা আৰু শান্তিয়ে বিৰাজ কৰিছিল। তেওঁ ৪৩ বছৰকাল ৰাজত্ব কৰিছিল। এই সুদীৰ্ঘ কালছোৱাৰ মাত্ৰ ১২ বছৰহে তেওঁ শান্তিৰে শাসনৰ কাম চলাব পাৰিছিল। যুদ্ধত বীৰত্ব দেখুৱা হামুৰাবিযে শাসনতো পাৰদৰ্শিতা দেখুৱাব পাৰিছিল। চেমিটিকসকলে দুজন মহান শাসনকৰ্ত্তালৈ গৌৰব কৰিব পাৰিছিল—প্ৰথম জন চাৰগণ, দ্বিতীয়জন হামুৰাবি। মাত্ৰ কেইপুৰুষমানৰ আগলৈকে হামুৰাবিৰ বংশৰ লোকসকলে মৰুভূমিৰ মাজত অনাই-বনাই ফুৰিছিল; তেওঁলোকে সংগঠনৰ বা সংগঠিত জীৱনৰ নাম-গোন্ধেই নাজানিছিল। কিন্তু এনে বংশৰপৰা আহিও হামুৰাবিয়ে যে অসামান্য প্ৰতিভাৰে বেবিলনীয়াক নতুন ভেটিত গঢ় দিব পাৰিলে সেই কথা ভাবি আচৰিত হ'ব লাগে।

আগৰ পুৰোহিত শাসনকৰ্ত্তা বা কৰ্ম্মচাৰীৰ ঠাইত হামুৰাবিয়ে নিজে কৰ্ম্মচাৰী আৰু বিচাৰক নিয়োগ কৰিলে। এটি বিশেষ শ্ৰেণীৰ

লোকৰপৰা বিষয়াসকল বচা হৈছিল। এই শ্ৰেণীৰলোকে ৰজাৰ-পৰা মাটি পাইছিল, আৰু তেওঁলোকে মাটিৰ ভোগ দখল আৰু অধিকাৰ পোৱা কাৰণে ৰজাক সাময়িক সাহায্য দিব লগা হৈছিল। সামন্তযুগৰ কিছু নিয়ম ইয়াত দেখা যায়।

বিচাৰক কৰ্ম্মচাৰীসকলে আইন-কানুন কাৰ্য্যকৰী কৰিছিল আৰু সেইবিলাক পালন কৰা হৈছেনে নাই তালৈ চকু ৰাখিছিল। আইন-কানুনবিলাক একেঠাইত গোটাই এখন বিখ্যাত আইন কৰা হৈছিল, এইখনেই হৈছে হামুৰাবিৰ আইননামা। হামুৰাবিক জানিবলৈ হ'লে তেওঁৰ আইননামা আৰু এৰি থৈ যোৱা চিঠি-বিলাক জানিব লাগিব। চুমেৰীয় নগৰসমূহত প্ৰচলিত আইনৰ ওপৰত ভিত্তি কৰি হামুৰাবিয়ে তেওঁৰ আইন প্ৰণয়ন কৰিছিল। অৱশ্যে নিজৰ জ্ঞানো তাত যোগ দিছিল। হামুৰাবিক জনাৰ উপৰিও আদিম কালৰ নগৰীয়া সভ্যতাৰ বিষয়েও জনা দৰকাৰ। বিখ্যাত আইননামা খনৰপৰা সুদূৰ অতীতৰ নগৰীয়া জীৱন, সামাজিক আৰু অৰ্থনৈতিক অৱস্থাও ভালদৰে জানিব পাৰি। হামুৰাবিৰ আইননামা অক্কাদীয় আৰু এমৰাইট্‌সকলৰ চেমিটিক ভাষাত লিখা হৈছিল। ডাঙৰ ঘূৰণীয়া শিলৰ খুটাৰ ওপৰত হামুৰাবিয়ে তেওঁৰ আইননামা লিখোৱাইছিল। আঠ ফুট ওখ ধুনীয়া স্তম্ভসদৃশ ঘূৰণীয়া শিলৰ ওপৰত ৩৬০০ শাৰী লিখিহে আইননামাখন সম্পূৰ্ণ কৰিব পৰা হৈছিল। বেবিলনৰ ইষ্টদেৱতা মাৰডুকৰ মন্দিৰত আইননামা খন ৰখা হৈছিল। মাটিৰ ফলিত আইনৰ অংশবিশেষ নকল কৰি লৈ বেবিলনৰ স্থানীয় আদালতবোৰে বিচাৰৰ কাম চলাইছিল। এতিয়ালৈকে উদ্ধাৰ হোৱা প্ৰাচীন আইনবোৰৰ ভিতৰত হামুৰাবিৰ আইননামাই আটাইতকৈ পুৰণি।

## হামুৰাবিৰ আইননামা

যিটো শিলৰ ওপৰত হামুৰাবিৰ আইননামা লিখোৱা হৈছিল তাৰ ওপৰত দুটা প্ৰতিমূৰ্ত্তিও সজা হৈছিল, তাৰে এজন হামুৰাবি নিজে আৰু আনজন হৈছে সূৰ্য্যদেৱতা। সূৰ্য্যদেৱতাৰপৰা আইনবিলাক হামুৰাবিয়ে পাইছিল বুলি তাত দেখুৱা হৈছে। আচলতে কিন্তু এই ধৰণে হামুৰাবিৰ আইনৰ স্থষ্টি হোৱা নাছিল। পুৰণি ৰীতি-নীতিৰ সাল-সলনি কৰি, আগৰ আইন আৰু নিয়ম কাৰণ সংগ্ৰহ কৰি আৰু নিজে উলিওৱা নিয়ম যোগ দি হামুৰাবিয়ে তেওঁৰ আইননামা ৰচনা কৰিছিল। ইতিহাসৰ এই প্ৰথম আইননামাই সেই সময়ৰ বহুতো বিষয়ে বাস্তৱ ছবি এখন দাঙি ধৰে। আটাইতকৈ লেখত লব লগীয়া বিষয়বোৰ হৈছে—( ১ ) দণ্ডবিধি বা শাস্তি দিয়া প্ৰথা ( ২ ) বিষয় সম্পত্তি ( ৩ ) দৰমহা আৰু ফিজ্ ( ৪ ) দাসত্ব ( ৫ ) ঘৰুৱা সম্বন্ধ।

( ১ ) দণ্ডবিধি ঃ—বিচাৰ আৰু শাস্তি দিয়া প্ৰথা বৰ কঠোৰ আছিল বুলি আমি জানিব পাৰো। সীতাৰ অগ্নিপৰীক্ষাৰ গল্পটো সকলোৱে জানে—অশোকবনত সীতা সতী আছিলনে অসতী সেইটো পৰীক্ষা কৰিবলৈ ৰামে জুইৰে পৰীক্ষা কৰিছিল; জুয়ে নুপুৰিলে বুজা যাব যে সীতা সতী হৈয়ে আছিল; এনে ধৰণৰ পৰীক্ষাৰ উদ্দেশ্যে আছিল এইয়ে যে নিৰ্দ্দোষীক দেৱতাই সহায় কৰে অৰ্থাৎ দোষ নথকা কথাটোৰ সাক্ষী দেৱতা বা ভাগ্যই দিয়ে। জুই বা পানীৰ মাজত পেলাই দি বিচাৰ কৰাৰ প্ৰথা হামুৰাবিৰ আইনৰপৰা পোৱা যায়। শাস্তিমূলক ব্যৱস্থাও বৰ নিৰ্ম্মম আছিল। কিছুমান শাস্তিক আদৰ্শ শাস্তি বুলি গণ্য কৰা হৈছিল; যেনে—চকুৰ সলনি চকু, দাঁতৰ সলনি দাঁত, এক কথাত—'যেনে কুকুৰ তেনে টাঙোন'। এজনে আনজনৰ চকু নষ্ট কৰিলে বা ঘুকি উলিয়ালে আনজনৰ চকুটোও নষ্ট কৰা হৈছিল।

দাঁত ভাঙিলে আনৰ দাঁতো বলেৰে সৰাই দিয়া হৈছিল। ন্যায় স্থাপন হ'ব বুলি ভাবিয়েই এনে কঠোৰ আইন চলোৱা হৈছিল। পিছে এনে প্ৰথাৰপৰা অন্যায়ো হৈছিল। উদাহৰণ স্বৰূপে কোনো এটা ঘৰৰ মুধচ ভাঙি পৰাত যদি ঘৰৰ গৰাকীৰ লৰাটো মৰে তেনেহলে ঘৰ সাজোঁতাজনৰ লৰাটোক মাৰি পেলোৱা হৈছিল। বাপেকৰ হয়তো নাজানি কৰা দোষৰ কাৰণে বেচেৰা লৰাটোৱে কঠোৰতম শাস্তি পাইছিল। এনে অৱস্থাত ঘৰৰ গৰাকীৰ ন্যায় কৰিবলৈ গৈ নিৰ্দ্দোষী লৰাটোৰ প্ৰতি অন্যায় কৰা হৈছিল। শাস্তিৰ এটা উদ্দেশ্য হৈছে এনে উদাহৰণৰ সৃষ্টি কৰা যাতে আনে তেনে দোষৰ কাম কৰিবলৈ সাহ নাপায়। গতিকে আন উপায়েৰেও ঘৰ সাজোঁতাক শাস্তি দিব পৰা হ'লহেতেন। অৱশ্যে ঘৰ বেয়াকৈ সজাত ভাগি-ছিগি গলে বা বেৰ সৰি পৰিলে সাজোঁতাজনে ক্ষতিপূৰণ স্বৰূপে মেৰামতি কৰি দিব লাগিছিল; এনে অৱস্থাত কোনোবা মৰিলেহে আনৰ জীৱন লোৱা হৈছিল।

ওপৰৰ নিয়ম সৰ্ব্বসাধাৰণৰ ক্ষেত্ৰত খটোৱা হৈছিল। কিন্তু শাস্তি বিষয়তো শ্ৰেণী বিভাগ মানি চলা হৈছিল। ঈশ্বৰৰ সম্পত্তি চুৰ কৰিলে ত্ৰিশগুণ বেছি বস্তু দিব লগা হৈছিল। যেনে—মন্দিৰ বা প্ৰাসাদৰপৰা গৰু বা ভেৰা এটা বা নাও এখন চুৰ কৰিলে ৩০টা গৰু বা ভেৰা বা ৩০ খন নাও দিব লগা হৈছিল। নাগৰিকৰ বস্তু চুৰ কৰিলে দহ গুণ বেছি বস্তু দিব লগা হৈছিল। দাসবোৰৰ বিৰুদ্ধে অপৰাধ কৰিলে লঘু শাস্তি দিয়া হৈছিল। কিন্তু কোনোবা দাসে দোষ কৰিলে ভালকৈ এসেকা দিয়া হৈছিল। তলৰ দোষবোৰৰ কাৰণে দোষীক পানীত পেলাই মৰা হৈছিল বা শূলত দিয়া হৈছিল—তিৰোতা মানুহৰ সতীত্ব নাশ কৰা, ছোৱালী পলুৱাই নিয়া, সিন্ধি খন্দা, ডকাইতি কৰা, যুদ্ধক্ষেত্ৰৰপৰা ভয়ত পলাই যোৱা, ওচৰ সমন্ধীয় মানুহৰ লগত বৈবাহিক সম্বন্ধ স্থাপন কৰা আৰু পানীয় বস্তু দূষিত

কৰা। অভৌতিক বিদ্যাৰে মানুহক ঠগা বা মিছা সাক্ষী দিয়া বা মিছাকৈ লোকক দোষ দিয়া মানুহক পানীত ডুবাই দিয়া হৈছিল—ডুবি গলে দোষী বুলি ভবা হৈছিল, ওপৰলৈ ভাহি উঠিলে নিৰ্দ্দোষী বুলি প্ৰমাণ হৈছিল। চোৰ-ডকাইতে চুৰ কৰাৰ ফলত হোৱা ক্ষতিৰ পূৰণ কৰিব লাগিছিল নগৰপালসকলে। "ঈশ্বৰৰ কাৰ্য্যত" অৰ্থাৎ প্ৰাকৃতিক দুৰ্য্যোগ আদিত কোনোবাই ভুগিলে তাৰ বিৰুদ্ধে হলে এনে সহায় পোৱাৰ বিধান নাছিল।

(২) **বিষয়-সম্পত্তি**—মাটি-বাৰী সম্পৰ্কে দুই ধৰণৰ সম্পত্তি হামুৰাবিৰ আইনত স্বীকাৰ কৰা হৈছিল, (১) সামৰিক সাহায্য দিযাৰ বিনিময়ত ৰজাৰপৰা পোৱা মাটি, (২) ব্যক্তিগত মাটি—এনে মাটিবাৰীৰ গৰাকীযে নিজৰ মাটি বিক্ৰি কৰিব পাৰিছিল, লীজ্ দিব পাৰিছিল, বন্ধকত ৰাখিব পাৰিছিল বা দান দিব পৰিছিল। সামৰিক সাহায্যৰ বাবদ পোৱা মাটিৰ গৰাকীৰ ভোগদখলৰ স্বত্তহে আছিল, বিক্ৰী-বাৰ্ত্তা কৰিব নোৱাৰিছিল। চুমেৰীয় আৰু বেবিলনীয় সকলেই ইতিহাসৰ ভিতৰত প্ৰথমতে ব্যক্তিগত সম্পত্তিৰ নিযম উলিযায। মতামানুহ আৰু মাইকী মানুহৰ ভিতৰত সমান অধিকাৰ গণতান্ত্ৰিক দেশতহে সম্ভৱ—কিন্তু গণতান্ত্ৰিক হৈও কিছুমানে ভূ-সম্পদৰ ওপৰত মাইকী মানুহৰ অধিকাৰ মানিব নোখোজে। বেবিলনীয়সকলে কিন্তু তিৰোতামানুহক মাটিৰ গৰাকী হিচাবে স্বীকাৰ কৰিছিল আৰু বিভিন্ন কাম কৰিবলৈ দিছিল।

(৩) **দৰমহা, ফিজ, জৰিমনা**—আমি আজি-কালি ডাক্তৰক ফিজ দিওঁ। বেবিলনীযাৰ মানুহেও চিকিৎসকক বানচ দিছিল। সুলকি পৰিব ধৰা হাড় ঠিক ঠাইত খুৱাই দিলে ডাক্তৰক পাঁচোটা ৰূপৰ ছেকেল ( নিৰ্দ্দিষ্ট ওজনৰ বেবিলনীয মুদ্ৰা ) দিযা হৈছিল। বেবিলনীয়াত পশু-চিকিৎসকো আছিল। গৰুৰ জীৱন বচাই

দিলে পশু-চিকিৎসকক ছভাগৰ এক ছেকেল দিয়া হৈছিল। হালোৱা আৰু ভেৰা-ৰখীয়া বা গৰখীয়াক য'ধানেৰে হাজিৰা দিয়া হৈছিল।

হামুৰাবিৰ আইনত খেতিয়ক আৰু আধি-খন্দুৱা খোৱা লোকৰ কৰ্ত্তব্য বিবৰি লিখা হৈছিল। আজি-কালি আমাৰ ইয়াত আধিয়াৰ আইন কৰা হৈছে—মাটিৰ গৰাকী আৰু আধি-খোৱা মানুহৰ অংশ ইয়াত ঠিক কৰি দিয়া হৈছে। হামুৰাবিও এই বিষয়ত পিছপৰা বিধৰ লোক নাছিল। তেওঁৰ আইননামাত আছে—"যদি ফল-মূল থকা বাগানৰ গৰাকীযে এজনক বাগানখন চলাবলৈ দিয়ে, তেনেহলে তেওঁৰ ভোগ-দখলত থকা সময়ত বাগান চলোৱা মানুহজনে গৰাকীক উৎপন্ন বস্তুৰ তিনিভাগৰ দুভাগ দিব, আৰু নিজে তিনি-ভাগৰ এভাগ ৰাখিব।"

খেতি চলোৱা সময়ত খাজানা দিয়াৰ চৰ্ত্তত মাটি খোৱা মানুহৰ কৰ্ত্তব্যও হামুৰাবিৰ আইনত লিখা আছে। কৰ্ত্তব্য পালন নকৰিলে জৰিমনাৰ ব্যৱস্থাও আছিলঃ "খেতি কৰিম বুলি মাটি লৈ খেতি নকৰিলে বিচাৰ হ'ব লাগে। যিডোখৰ মাটি খেতিৰ কাৰণে লোৱা হৈছিল তাত একো উৎপন্ন নকৰিলে লওঁতাজনে মাটিৰ গৰাকীক ওচৰৰ মাটিৰ উৎপাদনৰ হিচাবত শস্য দিব লাগিব।"

জলসিঞ্চনৰ বিষয়তো গুৰুত্ব আৰোপ কৰা হৈছিল। কোনোবাই এই বিষয়ে নিজৰ দায়িত্ব পালন নকৰিলে—ক্ষতিপূৰণ দিব লাগিছিলঃ "কোনোৱে খালৰ পাৰ ভালকৈ ৰখাত আওকাণ কৰাৰ ফলত বা খালৰ পাৰ ঠিক মতে ৰখা বিষয়ত যত্ন নকৰা হেতু যদি তেওঁৰ পিনে থকা খালৰ পাৰ ভাগে আৰু শস্য উটুৱাই লৈ যায়, তেনেহলে যাৰ পাৰত খাল ভাগিছে তেওঁ উটি যোৱা শস্যৰ সমান পৰিমাণ শস্য দিব লাগিব।"

(৪) **দাসত্ব ঃ**—হামুৰাবিৰ আইনত দাস প্ৰথা স্বীকাৰ কৰিছিল।

চিন ৰাখিবৰ কাৰণে দাসবোৰৰ গাত স্থায়ী সাঁচ বহুৱাই দিয়া হৈছিল। তেওঁলোকে বিশেষ ধৰণৰ পোছাক পিন্ধিব লাগিছিল। নাগৰিকৰ গাত আঘাত কৰিলে বা আক্ৰমণ কৰিলে বা পলাই গ'লে তেওঁলোকক উৰাই-ঘূৰাই বেতেৰে কোবোৱা হৈছিল। পলাই যোৱাত সহায় কৰা সকলে আৰু গৰাকীৰ ঘৰৰপৰা দাসক চুৰ কৰি নিব খোজা সকলেও কঠোৰ শাস্তি পাইছিল। গ্ৰীকসকলৰ বহুতেই দাস এজনক মানুহ বুলিয়েই নাভাবিছিল। তেওঁলোকৰ কাৰণে দাসবিলাক আছিল বেচা-কিনা কৰিবপৰা বস্তুহে। আন বস্তুৰ লগত দাসৰ পাৰ্থক্য এয়ে যে দাসৰ জীৱ আছে। হামুৰাবিৰ যুগৰ বেবিলনীয়াত দাসসকলক অৱশ্যে কিছু অধিকাৰ দিয়া হৈছিল। তেওঁলোকে মাহটোৰ ভিতৰত তিনিদিন জিৰণিৰ সময় পাইছিল, সম্পত্তি আৰ্জ্জন কৰি ৰাখিব পাৰিছিল। তাৰ উপৰিও তেওঁলোকে নিজৰ মুক্তি কিনি ল'ব পাৰিছিল। ৰোমানসকলেও দাসক মুক্ত কৰি দিয়াৰ নিয়ম মানিছিল।

(৫) **ঘৰুৱা সম্বন্ধ** ঃ—বেবিলনীয সমাজত তিৰোতাৰ স্থান বৰ ওখত নাছিল। তেওঁলোকে মাটিৰ গৰাকিনী হ'ব পাৰিছিল। পৰিযালত গিৰিয়েক আৰু লৰা-ছোৱালীৰ বাপেকৰহে মুখ্য স্থান আছিল। এওঁলোক প্ৰধান হোৱা সত্ত্বেও কাম কৰিব নোৱাৰা হোৱা বা অক্ষম তিৰোতাক ঘৰৰপৰা উলিয়াই দিয়া নিষেধ আছিল। বিধবা মাইকী মানুহৰ প্ৰতি ন্যায়সঙ্গত ব্যৱহাৰ কৰা হৈছিল। চুক্তি কৰি বিবাহৰ কাম সম্পন্ন কৰা হৈছিল। বিবাহত যৌতুক দিয়াৰ নিয়ম আছিল। আজিকালি যৌতুক দিয়া প্ৰথাৰ বিৰুদ্ধে ঠায়ে ঠায়ে জনমত গঢ়ি উঠিছে, আইনৰো সহায় লোৱা হৈছে। ইয়াৰ কাৰণ এইয়ে যে যৌতুক দিয়া প্ৰথাত বহুতো কেৰোণ সোমাইছে, আৰু ফলত বহুত পৰিয়াল সৰ্ব্বস্বান্ত হৈছে। হামুৰাবিৰ যুগৰ বেবিলনীয়াৰ যৌতুক প্ৰথা অভিনৱ আছিল। বাপেকে জীয়েকক যৌতুক দিছিল,

জোৱাঁয়েকে উপহাৰ হিচাবে শহুৰেকক সেই যৌতুক ফিৰাই দিছিল। বিবাহ বিচ্ছেদৰ নিয়ম আছিল। বৈবাহিক জীৱনৰ বিৰোধী কাম কৰিলে পানীত ডুবাই মাৰি পেলোৱাৰ নিয়ম আছিল। স্বামীয়ে স্ত্ৰীক আৰু বাপেকে লৰা-ছোৱালীক বন্ধকত থৈ ধাৰ লব পাৰিছিল। ধাৰ পৰিশোধ কৰিব নোৱাৰিলে ধাৰ দিওঁতাই ধৰুৱাৰ স্ত্ৰী বা লৰা-ছোৱালীক তিনিবছৰৰ কাৰণে দাস হিচাবে ৰাখিছিল।

**আদালতৰ নিয়ম**—আইন কাৰ্য্যকৰী কৰিবলৈ আদালত লাগে। হামুৰাবিৰ যুগতো আদালত আছিল। চুমেৰীয় শাসনত চলা আদালতৰ নিয়ম-কাৰণ বেবিলনীয়াতো চলোৱা হৈছিল। মঠ-মন্দিৰবোৰত আদালত বহিছিল। আমাৰ আদালতবোৰত সাক্ষীৰ হতুৱাই "যি ক'ম সঁচা ক'ম" বুলি কোৱাই লোৱাৰ নিয়ম আছে। হামুৰাবিৰ দিনৰ আদালততো সাক্ষীক শপত খুউৱাৰ নিয়ম আছিল। পুৰোহিত সকলে সাক্ষীক শপত খুৱাইছিল। কিন্তু বিচাৰ কৰি ৰায় দিছিল বিচাৰকসকলে। বিচাৰকসকলে বিচাৰৰ কামহে আছিল, তেওঁলোকে পুৰোহিতৰ কাম নকৰিছিল। শপত খুৱাই মুখৰে কোৱা কথাকে সাক্ষ্য বুলি ধৰি লোৱা হৈছিল। অৱশ্যে মাটি সম্পৰ্কীয় মোকৰ্দ্দমাত লিখিত প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰা হৈছিল। হামুৰাবিৰ আদালতত আপীলৰ প্ৰথাও আছিল। তলৰ আদালতৰপৰা ওপৰৰ আদালতলৈ আপীল চলিছিল। বিচাৰৰ বিষয়ত আজিকালিৰ ৰাষ্ট্ৰপতিৰ যেনে ক্ষমতা আছে ঠিক তেনে ক্ষমতা ৰজাই ভোগ কৰিছিল। ৰাষ্ট্ৰপতিয়ে গণতন্ত্ৰৰ নিয়মত চলে, ৰজাই কিন্তু নিজ ইচ্ছানুসৰি ৰাজ্য চলাইছিল।

যোৱা শতিকালৈকে হামুৰাবিৰ আইননামাৰ বিষয়ে কোনেও জনা নাছিল। পৃথিবীৰ প্ৰথম আইননামাৰ বিষয়ে মানুহে চাৰিহেজাৰ বছৰলৈকে জানিব পৰা নাছিল। ফৰাচী দেশৰ লোক এজনে প্ৰথমতে এই আইননামা আমাৰ কাৰণে আবিষ্কাৰ কৰিছিল। সেই দেশৰ

ৰাজধানী পেৰিছৰ যাদুঘৰলৈ বিশাল প্ৰস্তৰখণ্ডটো লৈ যোৱা হৈছিল। লণ্ডনৰ বৃটিছ মিউজিয়ামতো হামুৰাবিৰ আইননামাৰ প্ৰতিলিপি এখন আছে।

## হামুৰাবিৰ বেবিলনত বিষয়-সম্পদৰ উন্নতি : অৰ্থনীতি

আগৰ যিকোনো সময়তকৈ হামুৰাবিৰ যুগৰ মানুহে সুখ-সমৃদ্ধিত বাস কৰিছিল। সুখে-সম্পদে থাকিবলৈ হ'লে অৰ্থনৈতিক উন্নতি হ'ব লাগে। বেবিলনীয়াৰ অৰ্থনৈতিক উন্নতি যথেষ্ট হৈছিল। খেতি-বাতি আৰু পশুপালন জীৱিকাৰ প্ৰধান উপায় আছিল। ভেৰাৰ নোমৰপৰা উল-সূতা হৈছিল আৰু নানা জন্তুৰ ছালেৰে চামৰা তৈয়াৰ হৈছিল। উলৰ কাপোৰ তৈয়াৰ কৰাটো এটা ডাঙৰ শিল্প আছিল। মধ্য এচিয়াত মানুহে সচৰাচৰ উলৰ কাপোৰ পিন্ধিছিল। তামৰ সলনি ব্ৰঞ্জৰ ব্যৱহাৰ হৈছিল। এখন দলিলৰ মতে লো ধাতুৰ কথাও মানুহে জানিছিল; পিছে শিল্পৰ কামত ব্যৱহাৰ কৰিব পৰা হোৱা নাছিল। হামুৰাবিৰ শাসনৰ প্ৰায় এহেজাৰ বছৰৰ পিছতহে লোহা সাধাৰণ ব্যৱহাৰৰ উপযোগী কৰিব পৰা হৈছিল।

বেপাৰী আৰু সদাগৰ সকলে গাধৰ পিঠিত বস্তু নি নগৰবিলাকত আৰু সিবিলাকৰ ওচৰে পাজৰে থকা ঠাইত বিক্ৰী কৰিছিল। ইউফ্ৰেটিছ নদীৰ উজনিফালে হাৰান্ বা খাৰান্ নামে এখন নগৰ আছিল। সদাগৰসকলে ইমান সঘনে ভ্ৰমণ কৰিছিল যে তেওঁলোকৰ ভ্ৰমণৰ কাৰণেই সেই নগৰখনৰ নাম খাৰান্ হ'ল। (বেবিলনীয় শব্দ খাৰান্ মানে ভ্ৰমণ)। বেপাৰীসকলৰ বস্তুৰ দ'মৰ ওপৰত মাটিৰ ফলিত প্ৰত্যেক বেপাৰীৰে নাম লিখা আছিল। ইতিহাসৰ গবেষণা-কাৰীসকলে বেবিলনীয়াৰ ধ্বংসস্তুপ খান্দি উলিওৱাৰ পিছত এনে মাটিৰ ফলিৰ টুকুৰা পোৱা হৈছে।

মঠ-মন্দিৰবোৰো ব্যৱসায়ৰ কেন্দ্ৰ আছিল। সিবিলাকত বেঙ্কৰ

ব্যৱসায় চলিছিল আৰু ব্যৱসায়ী চুক্তিৰ ৰেজিষ্টাৰী কৰা হৈছিল। বজাৰবিলাকত আজিকালিৰ দৰেই কৰ্ম্মব্যস্ততাৰ গুণগুণনি আছিল। কুটীৰ-শিল্প বা হাতেৰে কৰা আন শিল্পৰ বস্তু বজাৰত বিক্ৰী হৈছিল। বজাৰবিলাকলৈ বিদেশৰ পৰাও সদাগৰ আহিছিল। তেওঁলোকে নিজৰ বস্তু আৰু কেঁচা মাল বিক্ৰী কৰিছিল আৰু বেবিলনীয়াৰ শিল্প-জাত দ্ৰব্য কিনিছিল। খেতিয়কসকলে শাক-পাছলি আৰু হাঁহ-পাৰ বিক্ৰী কৰিবলৈ আনিছিল। নগৰ সোমোৱাৰ পথত খোৱা বস্তু বিক্ৰীৰ বজাৰত মানুহে বেচা-কিনা কৰিছিল—এওঁলোকে কামত ব্যস্ত থকা সময়ত মাল কঢ়িয়াই নিয়া গাধবোৰে বজাৰৰ এচুকত ৰৈ থাকে। বজাৰ শেষ হোৱাৰ পিছত আকৌ সিহঁতে বস্তুৰ বোজা কঢ়িয়াই লৈ যায়। বেবিলনীয়াৰ মানুহৰ অৰ্থনৈতিক জীৱন গঢ়ি তোলাত গাধ-বোৰেও নিজৰ ধৰণে সহায় কৰিছিল।

## বেবিলনীয়াৰ নগৰীয়া জীৱন-যাত্ৰা

বেবিলনত মঠ-মন্দিৰ আৰু ৰাজপ্ৰাসাদৰ উপৰিও অসংখ্য ঘৰ আছিল। ৰ'দত শুকোৱা ইটাৰে ডাঙৰ ডাঙৰ সদাগৰ আৰু ডা-ডাঙৰীয়াসকলে পকী ঘৰ কৰি লৈছিল। ঘৰবিলাকৰ বেৰবোৰ ডাঠ আছিল, ঘৰৰ চাল সমান কৰি লোৱা হৈছিল। চালৰ মাজেদি যাতে পানী সৰকিব নোৱাৰে তাৰ কাৰণে ফুটা বন্ধ কৰিবলৈ আলকাত্‌ৰাৰ দৰে এবিধ বস্তু ব্যৱহাৰ কৰা হৈছিল। সাধাৰণতে ভিতৰত এখন চোতাল ৰাখি তাৰ চাৰিওকাষে কোঠা সাজি একো একোটা ঘৰ কৰা হৈছিল। ভিতৰৰ চোতালত যাতে ৰ'দ-বৰষুণৰ বতৰতো মানুহে অহা-যোৱা কৰিব পাৰে তাৰ কাৰণে ওপৰত আৱৰণৰ ব্যৱস্থা কৰা হৈছিল। ডা-ডাঙৰীয়াৰ ঘৰত চকী-টেবুল, বিচনা সকলো আছিল। পাটিৰে কাৰ্পেটো কৰা হৈছিল। প্লেটৰ আকৃতিৰ চাকীত তেল ভৰাই জ্বলোৱা হৈছিল যাতে ৰাতি অন্ধকাৰত থাকিব লগা নহয়। ঘৰ-

বিলাকত কাঠৰ দুৱাৰ-খিড়িকী লগোৱা হৈছিল—মাজে মাজে চোৰে অৱশ্যে উপদ্ৰৱ কৰিছিল। ঘৰৰ কেউফালে পানী বন্ধ হৈ থাকিব নোৱাৰাকৈ নৰ্দ্দমাও সজা হৈছিল।

বেবিলনীয়সকলে বিশুদ্ধ পানী খাইছিল। নৈৰপৰা পানী আনি ফুটা থকা মাটিৰ কলহ আদিত পানী নিগৰিবলৈ দি বিশুদ্ধ কৰি লোৱাৰ নিয়ম আছিল। তামৰ পাত্ৰত ৰন্ধা-বঢ়াৰ কাম চলিছিল, আজি-কালিৰ কাপ প্লেটৰ দৰে পাত্ৰৰ ব্যৱহাৰ আছিল। চামোচৰ ব্যৱহাৰ আছিল। চৌকাত বস্তু সিজোৱা হৈছিল, খাগৰি আৰু গৰুৰ শুকাই লোৱা গোবৰে খৰিৰ কাম কৰিছিল।

মানুহে বৰ বেছি কাপোৰ-কানি ব্যৱহাৰ নকৰিছিল। সাধাৰণতে কামিজ আৰু ঠেঙাৰ পোছাক পিন্ধিছিল। চামৰা বা কাপোৰেৰে কঁকালত পেটিও মাৰিছিল। ধনী মানুহে হলৌ চোলাৰ দৰে ওলমি যোৱা কাপোৰ পিন্ধিছিল। ধনীলোকেহে ভৰিত জোতাৰ দৰে বস্তু পিন্ধিছিল। মাইকীমানুহৰ ভিতৰত ধনীঘৰৰ সকলেহে ওৰণি লৈছিল আৰু গহনা-পাতি পিন্ধিছিল। সৌন্দৰ্য্য বঢ়াবলৈ তেওঁলোকে নখত এবিধ ৰঙ লগাইছিল, চুলিতো তেল সানিছিল। তেওঁলোকে হৰেক ৰকমৰ প্ৰসাধন ব্যৱহাৰ কৰিছিল। নগৰীয়া সভ্যতাৰ সহচৰ হিচাবে বেবিলনত ৰাস্তাৰ কাষত আৰু ঠায়ে ঠায়ে মৰলা বস্তুৰ আবৰ্জ্জনাও আছিল। সুবিধা বুজি পঁইতা-চোৰা আৰু নিগনি আদিয়ে বোলে টিঘিল-ঘিলাই ফুৰিছিল।

বেবিলনীয়াৰ মানুহে থকা-খোৱাৰ বিষয়তে একেবাৰে মজি নাছিল। মানসিক উৎকৰ্ষ সাধনৰ বাবেও তেওঁলোকে যত্ন কৰিছিল; সুকুমাৰ কলাৰ চৰ্চ্চা চলাইছিল। মন্দিৰসমূহত নাচ-গানৰো ব্যৱস্থা চলিছিল; ঢোল, বীণা আদিৰ সহায়েৰে যন্ত্ৰ-সঙ্গীতৰ চৰ্চ্চা হৈছিল। কিছুমান মানুহৰ গল্পকোৱা ব্যৱসায় আছিল। এইদৰে নগৰৰ মানুহে ৰং-ৰহইচত দিন কটাইছিল। তেওঁলোকৰ ধৰ্ম্ম-কৰ্ম্মতো মতি

আছিল। ডাঙৰ ডাঙৰ উৎসৱ হ'লে ঠায়ে ঠায়ে জোৰ বান্ধি আন্ধাৰ নিশা বাট-পদূলি পোহৰোৱা হৈছিল।

## পুৰণি বেবিলনীয় সভ্যতাৰ পতন

সূৰ্য্য-দেৱতাৰ মূৰ্ত্তিটোৰ কথা আগতে উল্লেখ কৰা হৈছে। ই হামুৰাবিৰ যুগৰ ভাস্কৰ্য্যৰ নিদৰ্শন। মূৰ্ত্তিটো বেছ ধুনীয়া, কিন্তু আক্কাদীয়সকলৰ ভাস্কৰ্য্যৰ লগত ইয়াক তুলনা কৰিব নোৱাৰি। অৰ্থাৎ এই সময়ত এনেবিধৰ শিল্পকলাৰ অৱনতি ঘটিছিল। শিল্পকলাত অৱনতিৰ চিন হয়তো বেবিলনীয়াৰ পতনৰ আগ-জাননী আছিল। হামুৰাবিৰ মৃত্যুৰ পিছত বেবিলনীয়াৰ ইতিহাস হৈছে বিদেশী আক্ৰমণ আৰু পৰাজয়ৰ ইতিহাস। ধন-সম্পদ লুট-পাট কৰিবলৈ আৰু কাম কৰাবৰ কাৰণে দাসবোৰক নিবলৈ এই আক্ৰমণবিলাক হৈছিল। উত্তৰৰ পৰ্ব্বত শ্ৰেণীৰপৰা কাছাইত্ আৰু হিটাইত্‌বোৰে আক্ৰমণ চলাইছিল। কাছাইট্‌সকলে খৃঃ পূঃ প্ৰায় ১৭৫০ত বেবিলনীয়া দখল কৰে। তেওঁলোকৰ বিজয়ে পুৰণি বেবিলনীয় সভ্যতাৰ পতন ঘটালে। কাছাইত্ আৰু হিটাইত্‌সকলে অৱশ্যে দুটা ভাল কাম কৰিছিল; তেওঁলোকে পোহনীয়া ঘোঁৰা আনিছিল আৰু লোহাক সাধাৰণ ব্যৱহাৰৰ ধাতু হিচাবে প্ৰচলন কৰিছিল।

কাছাইত্‌সকলৰ বিজয়ৰ লগে লগে পুৰণি বেবিলনীয়াৰ যি পতন হ'ল তাৰপৰা উদ্ধাৰ পাবলৈ কেইবা শতিকাও লাগিছিল। এই সময়টোৰ ভিতৰতে এচিৰিয়ানসকলেও বেবিলনীয়াক নিজৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত কৰি লৈছিল (খৃঃ পূঃ ৯০০-৬২৫)। অৱশেষত আৰব মৰুভূমিত অনাই-বনাই ফুৰা চেমিটিক জাতিৰ কেল্‌দীয়ান-সকলে এচিৰিয়াৰ গৰ্ব্ব খৰ্ব্ব কৰে আৰু নব্য বেবিলনীয় সাম্ৰাজ্য (খৃঃ পূঃ ৬২৫-৫৩৮) গঠন কৰে। কেল্‌দীয়ানসকলে পুৰণি

বেবিলনীয়াৰ ভগ্নাৱশেষকে লৈ নতুন সাম্ৰাজ্য এখন গঢ়ি তোলে আৰু মেছোপটেমিয়াৰ সভ্যতাৰ বাহক হৈ উঠে। তেওঁলোকৰ আটাইতকৈ ক্ষমতাশালী ৰজা জনৰ নাম হৈছে নেবুকাড্‌নেজাৰ্ বা নেবুকাদ্‌ৰেজাৰ্। তেওঁ চল্লিশ বছৰৰো অধিককাল ৰাজত্ব কৰে আৰু বেবিলনক মহতী নগৰী হিচাবে গঢ়ি তোলে। তেৱেঁই পুৰণি পৃথিবীৰ সাতোটা আচৰিত বস্তুৰ এটা নিৰ্ম্মাণ কৰায়। আচৰিত বস্তুটো হৈছে বেবিলনৰ আকাশী উদ্যান; লগতে—নেবুকাদ্‌নেজাৰেই কৰোৱা বিশাল প্ৰাচীৰকো ধৰা হয়—দেৱালবিলাক ঠায়ে ঠায়ে ৮০ ফুট বহল। আকাশী উদ্যান কি সচাঁকৈয়ে আকাশত ওলমি থকা ফুলনিনে? গ্ৰীকসকলে এই বিখ্যাত উদ্যানক অন্যতম আচৰিত বস্তু বুলি ধৰে। আকাশী উদ্যানখন আচলতে প্ৰাসাদৰ ওপৰত চালখনক মাটি হিচাবে লৈ কৰা ফুলৰ বাগান। মাটিৰপৰা বহুত ওপৰত ওখ প্ৰাসাদৰ চালত আচৰিত ভাবে কৰা হৈছিল কাৰণে ইয়াক আকাশী উদ্যান বুলি কোৱা হৈছিল। ৰজা নেবুকাদ্‌নেজাৰে তেওঁৰ প্ৰিয়তম ৰাণীৰ কাৰণে এই উদ্যান সজাইছিল। ৰাণী আহিছিল পাৰস্য দেশৰ পৰ্ব্বতীয়া অঞ্চলৰপৰা। যৌৱন কালত ৰাণীয়ে পাহাৰত খেল-ধেমালি কৰি ভাল পাইছিল। সেয়েহে উদ্যানখনত ঘাঁহনিৰে ঢকা ওখ ঠাই কৰা হৈছিল যাতে পাৰস্যৰ পৰ্ব্বতমালাৰ পুৰণি স্মৃতি উদয় হৈ ৰাণীৰ ভাল লাগে। ৰজা-ৰাণীয়ে এই উদ্যানৰেপৰা বিখ্যাত নগৰী বেবিলনৰ শোভা চাইছিল, বেবিলনৰ মনমোহা সভ্যতাৰ ৰঙ-ৰহইচৰ লগত নিজকে মিলাই দিছিল। নব্য বেবিলনীয় সাম্ৰাজ্যৰো পতন হ'ল—মেছোপটেমিয়া আৰু মিচৰ উভয়েই সভ্যতাৰ মঞ্চত নিজৰ নিজৰ ভূমিকা দি গল, যবনিকা পতন হল। কেল্‌দীয়ানসকলৰ পিছত বেবিলনীয়া যথাক্ৰমে পাৰস্য শাসন, সম্ৰাট আলেকজেণ্ডাৰ চেলিউচিদ্‌ছৰ অধীনত থাকে। খৃঃ পূঃ ১৭১ ৰপৰা খৃষ্টৰ পৰৱৰ্ত্তী

২২৬ চনলৈকে পাৰ্থিয়ানসকলে আৰু ২২৬ চনৰপৰা ৬৪১ চনলৈকে চাচানীয় বংশই বেবিলনীয়াত শাসন কৰে।

**সাৰাংশ**—আমি ইয়াত নব্য বেবিলনীয় সাম্ৰাজ্য বা তাৰ পিছৰ বেবিলনীয়াৰ বিষয়ে বিতং আলোচনা কৰা নাই। চুমেৰীয় আৰু বেবিলনীয় সভ্যতা বুলিলে পুৰণি বেবিলনীয়াৰ পতনৰ সময়লৈকে ধৰিব লাগে। চুমেৰীয়-বেবিলনীয় সভ্যতাক চুমেৰীয়-চেমিটিক সভ্যতা বুলিও কোৱা হয়। প্ৰায় ২০০০ বছৰ জুৰি এই সভ্যতাৰ যুগ। শ্বিনাৰৰ সমতলভূমিত—ট্ৰাইগ্ৰীছ-ইউফ্ৰেটিছৰ উপত্যকাত চুমেৰীয়সকলে এই সভ্যতাৰ ভেঁটি বান্ধিছিল। খৃষ্ট জন্মৰ আগৰ একবিংশ শতাব্দীৰ সময়ৰেপৰা শ্বিনাৰৰ নাম বেবিলনীয় বুলি খ্যাত হয়। চুমেৰীয়সকলে মৰুভূমিৰ চেমিটিকসকলৰ লগত প্ৰায় হেজাৰ বছৰীয়া সংঘৰ্ষত লিপ্ত হয়। দুয়োজাতিৰ মিশ্ৰণ হয়, চুমেৰীয়-অক্কাদীয় যুক্ত-ৰাজ্য গঠন হয়। যুক্তৰাজ্য হলেও চুমেৰীয়-চেমিটিক সংঘৰ্ষ শেষ হোৱা নাছিল। ফলস্বৰূপে চেমিটিকসকলে দুবাৰ বিজয় লাভ কৰে, এবাৰ প্ৰথম চাৰগণৰ নেতৃত্বত আৰু আনবাৰ হামুৰাবিৰ নেতৃত্বত। মেছোপটেমিয়াৰ ভৌগোলিক অৱস্থানৰ কাৰণেও গৃহযুদ্ধ আৰু বিদেশী আক্ৰমণ হৈছিল। হামুৰাবিৰ আবিৰ্ভাৱৰ লগে লগে চুমেৰীয়সকলে বেবিলনীয়াৰ মঞ্চৰপৰা বিদায় লয়; বেবিলনীয়াৰ ভাষা চেমিটিক হৈ পৰে, সভ্যতাৰ আৰু উন্নতি হয়। দুই নদীৰ উপত্যকাৰ ইতিহাসত হামুৰাবিৰ যুগৰ সফলতাবোৰ সোণৰ আখৰেৰে লিখা আছে। কাছাইত্‌সকলৰ বিজয়ৰ লগে লগে দুই নদীৰ পাৰৰ পুৰণি সভ্যতাৰ যুগ শেষ হয়।

---



মেছোপটেমিয়াৰ লিখন-পদ্ধতি



মছোপটেমিয়াৰ যোদ্ধাসকলে ব্যৱহাৰ কৰা দণ্ডিযুক্ত চকাৰ ৰথ



এচিৰীয় ভাস্কৰ্য্যৰ এটা নিদৰ্শন

# দ্বিতীয় ভাগ

## চুমেৰীয়া-বেবিলনীয়াৰ সভ্যতা আৰু সংস্কৃতি

কোনো এখন দেশৰ সভ্যতা জানিবলৈ হ'লে প্ৰথমতে সেই দেশৰ মানুহক জানিব লাগিব, কাৰণ মানুহেই সভ্যতাৰ সৃষ্টি কৰে। থকা-খোৱা, পিন্ধা-উৰা, ভাব-ভঙ্গী, চলন-ফিৰণ পদ্ধতিৰপৰা সভ্যতাৰ উপাদান বিচাৰি উলিওৱা হয়। মানুহৰ শান্তিপূৰ্ণ জীৱন-যাত্ৰাত কেতিয়াবা বাধা পৰে। ভিতৰ আৰু বাহিৰৰ ফালৰপৰা সেই বাধা কেনেকৈ আহে, কি কাৰণত আহে, কিয় আহে—এইবিলাক কথাও জনাৰ প্ৰয়োজন আছে। চমু কথাত, মানুহৰ জীৱন ধাৰণৰ প্ৰণালী, শাসন প্ৰণালী, ভিন ভিন বিষয়ত দেশৰ অগ্ৰগতি আৰু দেশৰ নানা সমস্যা—এইবিলাককলৈয়ে ৰাজনৈতিক অৰ্থনৈতিক ইতিহাস হয়। পৃথিবীত যুগমীয়া চিন ৰাখিবলৈ মানুহে সভ্যতা সংস্কৃতিৰ সৃষ্টি কৰে, যাতে তাৰ অতীত ইতিহাসৰপৰা বৰ্ত্তমানৰ মানুহে শিকনি ল'ব পাৰে আৰু ভবিষ্যতৰ বাবে অভিজ্ঞতাৰ সম্ভাৰ ৰাখি যাব পাৰে। সেই হিচাবে সভ্যতা সংস্কৃতিৰ ইতিহাসৰ প্ৰয়োজন আছে।

প্ৰথম ভাগত চুমেৰীয় আৰু বেবিলনীয়সকলৰ ঠাই আৰু জীৱন নিৰ্ব্বাহৰ বিৱৰণমুলক ইতিহাস দিয়া হৈছে। চুমেৰীয়-বেবিলনীয় সভ্যতাৰ যুগত মানুহে লিখা-পঢ়াৰ নিজস্ব পদ্ধতি উলিয়াইছিল, সাহিত্য সৃষ্টি কৰিছিল, ধৰ্ম্মবিশ্বাস পোষণ কৰিছিল, শিল্প-ক'লাত উন্নতি লাভ কৰিছিল। আমি যাক বিজ্ঞান বুলি কওঁ সেই বিষয়তো তেওঁলোকে বিশিষ্ট জ্ঞান দেখুৱাইছিল। এইবিলাক বিদ্যাত তেওঁলোকে কিমান আগ বাঢ়িছিল সেই বিষয়ে ইয়াত কোৱা হব।

## লিখাৰ পদ্ধতি আৰু শিক্ষা ব্যৱস্থা

চুমেৰীয়সকলে লিখাৰ এক বিশেষ পদ্ধতি উলিয়াইছিল। তেওঁলোকে লিখিছিল একপ্ৰকাৰ খাগৰিৰ কাপেৰে, আৰু ক'ত লিখিছিল জানানে? তুলাপাত, কাগজ বা গছৰ বাকলিত নহয়, চেপেটা, বহল, আঠালতীয়া কোমল মাটিৰ ওপৰত। ৰ'দত শুকালে এনে মাটি টান হৈ পৰিছিল। সেইবাবে চুমেৰীয়সকলে কুমাৰ মাটিৰ খণ্ড একোটাত লিখি শুকাই লিখাবিলাক টান কৰি লৈছিল। কলমটোৰ নাম আছিল "ষ্টাইলাছ"। হাড়েৰেও এনে কলম কৰা হৈছিল। এই ধৰণৰ লিখা ফলি কেইবাখনো আবিষ্কাৰ কৰা হৈছে।

ষ্টাইলাছ বোলা কলমটোৰে আলতীয়া মাটিৰ ওপৰত সাঁচ বহুৱা হৈছিল। সাধাৰণতে এই সাঁচটো তিনিকোণীয়া আছিল। এইবাবে এই ধৰণৰ লিখাক 'ত্ৰিকোণী' লিখা বোলা হৈছিল। লিখা মানে সাঁচ বহুৱা হৈছিল। কাঠৰ শলাৰদৰে বস্তুৰে লিখাৰ কাৰণে আমি ইয়াক 'কাঠশলীয়া' লিখাও বুলিব পাৰো। এইটো আচলতে চিত্ৰৰে লিখা পদ্ধতি। চুমেৰীয়সকলে আখৰ উলিয়াই লিখা পদ্ধতি নাজানিছিল। তেওঁলোকে কিছুমান চিনহে আঁকিছিল; একোটা চিনে এটি শব্দ বুজাইছিল। কেতিয়াবা দুটা চিন লগ লগাই এটা অৰ্থ কৰা হৈছিল: "পৰ্ব্বত" চিনটোৱে "বিদেশ" বুজাইছিল, এই "পৰ্ব্বত" আৰু "মাইকী মানুহ" বুজোৱা চিন দুটা লগ লগালে অৰ্থ হৈছিল "দাস"।

ফাৰাত পোৱা ফলিবপৰা চুমেৰীয়া লিখা পদ্ধতিত হোৱা উন্নতিৰ চানেকি পোৱা যায়। শব্দৰ চিনৰ উপৰিও শব্দাংশৰ চিন আছিল। মুঠতে সকলো মিলাই আঠশ ধৰণৰ চিন পোৱা গৈছে। অক্কাদীয়সকলে চুমেৰীয় শিল্প গ্ৰহণ কৰিছিল, কিন্তু তেওঁলোকৰ সময়ত লিখাবিলাক চিত্ৰ-প্ৰধান নাছিল। অক্কাদীয় শাসনত অক্কাদীয় ভাষা দৈনিক ব্যৱহাৰ, শাসনকাৰ্য্য, ব্যৱসায় বাণিজ্য আৰু সাহিত্যৰ ভাষা আছিল। চুমেৰীয় ভাষাও আছিল, কিন্তু ইয়াক "পবিত্ৰ ভাষা" হিচাবেহে

মূৰ্ত্তিমেয় লোকে চৰ্চ্চা কৰিছিল। ফলিবিলাকত ব্যৱসায় সংক্রান্ত বিৱৰণ আৰু সাহিত্যৰ বিষয়ে কথাও পোৱা যায়। কিছুমানত লৰাই শিকিবৰ কাৰণে বিষয় আৰু বস্তুৰ বিৱৰণ আছিল। যেনে, মাছ, পোহনীয়া জন্তু, গছ, লতা, ব্যৱসায় বিৱৰণ, দেৱতাসকলৰ নাম শিকিবৰ কাৰণে লিখাতকৈও অতীতৰ অভিজ্ঞতাৰ লগত পৰিচয় কৰিবৰ কাৰণেহে এনে কিছুমান পাঠ্য লিখা হৈছিল।

লিখা-পঢ়া শিকিবৰ কাৰণে মন্দিৰত স্কুল আছিল। স্কুল থকাৰ পৰা ধাৰণা কৰিব পাৰি যে মানসিক বিকাশৰ কাৰণে চুমেৰীয়সকলে যত্ন লৈছিল। মন্দিৰৰ পুৰোহিতে ছাত্ৰক নিজৰ পৰিয়ালৰ বুলি ধৰিছিল। চিনবিলাক নকল কৰিবলৈ শিকাৰ যোগেদি ছাত্ৰৰ শিক্ষা আৰম্ভ হৈছিল, ইয়াৰ পিচত টান পাঠ লিখিবলৈ দিয়া হৈছিল। শ্ৰুতলিপি লব পৰাটো শিক্ষিত হোৱাৰ পৰিচয় বুলি ধৰা হৈছিল। বহুতো ফলি লগ লগাই ৰাখি আজিকালিৰ লাইব্ৰেৰীৰ দৰে মন্দিৰত ৰখা হৈছিল।

চুমেৰীয়সকলে লিখা-পঢ়াৰ ওপৰত খুব গুৰুত্ব আৰোপ কৰিছিল। হাজাৰ হাজাৰ বছৰৰ আগতে তেওঁলোকে লৰা-ছোৱালীৰ মাজত জ্ঞানৰ আগ্ৰহ বঢ়াবলৈ যত্ন লৈছিল। অক্কাদীয় শাসনৰ পতন হোৱাত আৰু গৃহ-যুদ্ধ আক্ৰমণৰ লানি নিছিগা অৱস্থাত শিক্ষাত কিছু বাধা পৰে।

হামুৰাবিৰ বেবিলনত শিক্ষা-পদ্ধতিক চেমিটিক ৰূপ দিয়া হয়। ইয়াৰ অৰ্থ এয়ে যে আচাৰ-ব্যৱহাৰ, লিপি-পদ্ধতি, জ্ঞান—সকলো বিষয়তে সেই যুগৰ উপযোগীকৈ শিক্ষা দিয়া হৈছিল। হামুৰাবিয়ে স্কুলঘৰ সজাইছিল; অৱশ্যে আজিকালিৰ ধৰণৰ নহয়। প্ৰায়ে মন্দিৰবোৰৰ লগতে স্কুল পতা হৈছিল। ৰ'দত শুকাই টান কৰা ইটাৰে স্কুলৰ ঘৰ কৰা হৈছিল। কিছুমান স্কুলৰ ভিতৰৰপৰাই আকাশ দেখা হৈছিল। কাৰণ ঘৰটোৰ একো একো অংশৰ ওপৰত

চাল নাছিল। ছাত্ৰই আঠালতীয়া মাটিৰ ফলি লৈ স্কুললৈ গৈছিল। আমাৰ এতিয়াৰ ছাত্ৰই ‘সা’ দি মাটিৰ ফলিৰ আখৰ মোচে। বেবিলনীয়াৰ লৰা-ছোৱালীয়ে সেই সময়ত কাঠ বা শিলৰে আলতীয়া মাটিৰ ফলিৰপৰা চিনবোৰ গুচাব লগা হৈছিল।

ছাত্ৰই স্কুলত পাঁচশৰো বেছি চিন শিকিব লগা হৈছিল। হামুৰাবিৰ দিনৰ বেবিলনৰ স্কুলঘৰ এটা উদ্ধাৰ হৈছে। ৪০০০ বছৰৰ আগতে লৰা-ছোৱালীয়ে লিখা ফলি স্কুলঘৰৰ মজিয়াত পোৱা হৈছে। খাগৰিৰ কলমৰ ( ষ্টাইলাছ ) সহায়ত ছাত্ৰই ফলিত লিখিছিল। স্কুলৰ ভিতৰ সোমোৱাৰ আগতে স্কুলৰ ওচৰত থকা দমৰপৰা ছাত্ৰই আলতীয়া মাটি লৈছিল। তাৰে লিখাৰ উপযোগী কৰি চেপেটা আকাৰ কৰিছিল। কলমেৰে ত্ৰিকোণী সাঁচ বহুৱাই-ছিল। তিনিধৰণে তিনিশাৰী দীঘলকৈ লিখিব লগা হৈছিল—পথালি, থিয় আৰু বেঁকাকৈ। শাৰীবিলাকত পাৰ্গতালি দেখুৱাবলৈ শিক্ষকে চিনবিলাকৰ কিছুমান সমষ্টি কৰিবলৈ দিছিল, এনেকৈ দুই-চাৰি চিন লগ লগালে অৰ্থ থকা নতুন চিন এটা হয়। শেহত শব্দ, খণ্ডবাক্য, বাক্য আৰু পুৰণি দলিল বা পাঠৰপৰা শ্ৰুতলিপি দিয়া হৈছিল। লিখাৰ বিদ্যাৰ ওপৰত বেবিলনীয়সকলে জোৰ দিছিল। এখন ফলিত আছে—“ফলি লিখাত যি পাৰদৰ্শিতা দেখুৱাব পাৰে তেওঁ সূৰ্য্যৰ দৰে পোহৰ বিলাব পাৰিব।” আজিকালিৰ আদৰ্শ-লিপিত থকা দৰে বেবিলনীয়াৰ লৰা-ছোৱালীয়ে ওপৰৰ বাক্য বাৰে বাৰে লিখিছিল, যাতে ইজনে সিজনতকৈ ভালকৈ লিখিব পাৰে, যাতে শিক্ষক, মাক-বাপেক আৰু সমাজৰ আদৰ পাব পাৰে।

## চুমেৰীয়-বেবিলনীয়সকলৰ সাহিত্য

ত্ৰিকোণী পদ্ধতিত লিখা ফলিৰপৰা দুই নদীৰ উপত্যকাৰ সাহিত্যৰ বিষয়েও কিছু আভাস পোৱা যায়।

এই যুগৰ সাহিত্য বিষয়ৰ ফলি এতিয়া পোৱাই নেযায়। কিন্তু স্কুলীয়া "কিতাপ" 'লৰা পাঠ' ছাত্ৰৰ পাঠফলিত থকা এইবিধ সাহিত্যৰ বিষয়ে জানিব পাৰি। এটা স্কুলৰ ব্যাকৰণ, অভিধান আৰু কিছুমান চিন থকা মাটিৰ ফলি পণ্ডিতসকলে উলিয়াইছে। পাটীগণিত, জ্যামিতিৰ বিষয়েও ছাত্ৰই ফলিত থকা কিতাপৰপৰা শিকিছিল। চিকিৎসা শাস্ত্ৰও আছিল বুলি ইতিহাসৰ গবেষণাকাৰীসকলে কয়। বেবিলনীয়াৰ মানুহে বোলে ভাবিছিল যে ভূত-প্ৰেতে বা শত্ৰুতা আচৰণ কৰা শক্তি শৰীৰত সোমালে বেমাৰ আজাৰ হয়। এইখিনি হৈছে—পঢ়াশলীয়া সাহিত্য।

সাহিত্য মানে বহল অৰ্থত আমি যি বুজো সেই সাহিত্য নানা তৰহৰ গল্প, কাল্পনিক কাহিনী, কবিতা আৰু মহাকাব্যৰ নিচিনা কাব্যক লৈ ৰচিত হৈছিল। এই যুগৰ সাহিত্য-প্ৰতিভা ইয়াতে বিচাৰি পোৱা যায়। কেইটামান কাহিনী শুনিলেই বুজিব পৰা হব।

**এট্‌নাৰ কাহিনী**—এট্‌না নামে এজন ভেৰা-ৰখীয়া আছিল। কিন্তু তেওঁৰ ভেৰাবিলাকৰ পোৱালী নোহোৱা হ'ল। এনেতে এট্‌নাই ঈগল চৰাইৰ পিঠিত উঠি আকাশৰ ওপৰত বহুত দূৰলৈ উৰি গ'ল। তেওঁ গৈছিল যাতে এবিধ গছৰ শিপা আনিব পাৰে। সেই শিপাডাল বোলে জীৱনৰ উৎস, তাক খালে জীৱ সৃষ্টি হয়। এট্‌নাই শিপাডাল পাওঁ পাওঁ হৈছে, এনেতে তেওঁক শিপাডাল আনিবলৈ নিদি পৃথিবীলৈ ঘূৰাই পঠালে। আজিকালি মানুহে আকাশলৈ উৰাটো কথাৰ কথাই নহয়। মহাকাশ, চন্দ্ৰলোক, সূৰ্য্যলোকলৈ মানুহ যোৱাৰ বৈজ্ঞানিক গবেষণাও চলিছে। তাৰোপৰি আজিকালি আকাশত উৰাটো গল্পৰ বিষয় নহয়, এৰোপ্লেনেৰে উৰিব পাৰি। এসময়ত কিন্তু মানুহে আকাশলৈ উৰাৰ কল্পনা কৰিছিল। পুষ্পক ৰথৰ গল্পটো সকলোৱে জানে। কিন্তু আকাশলৈ উৰাৰ বিষয়ে এই এট্‌নাৰ গল্পটোৱেই বোধহয় আটাইতকৈ পুৰণি।

**আডাপাৰ গল্প**—ওপৰৰ গল্পটোত জীৱনৰ উৎসৰ বিষয়ে চুমেৰীয়সকলে কল্পনা কৰিছিল। আডাপাৰ কাহিনীত মৃত্যু আৰু অমৰত্ব বিষয়ে তেওঁলোকে কল্পনা কৰিছিল। আডাপা এজন মাছমৰীয়া আছিল। দক্ষিণৰ বতাহৰ দেৱীয়ে যেতিয়া তেওঁৰ নাওখন ডুবাই দিলে, তেতিয়া আডাপাই খণ্ডত অগ্নিশৰ্মা হৈ বতাহ-দেৱীৰ ডেউকাখন ভাঙি দিলে। এনেতে আকাশৰ দেবতাৰ আদালতত উপস্থিত থাকিবলৈ আডাপাৰ ওপৰত চমনজাৰী হ'ল। আডাপা উপস্থিত হওঁতে হওঁতে দেবতাৰ খং মাৰ গৈছিল। সেইবাবে দেবতাই তেওঁক ৰুটি আৰু অমৃত খাবলৈ দিলে। দেৱতাৰ প্ৰসাদ খোৱা হ'লে আডাপা আৰু তুলসীৰ লগতে কলপাতৰ মুক্তি হোৱাৰ দৰে মানুহৰো মৃত্যুৰ ভয় নাথাকিলহেঁতেন, মানুহ অমৰ হ'লহেঁতেন। পিছে কিবা কুক্ষণত পৰিয়ে হওক বা বিপদ হ'ব বুলি ভাবি আডাপাই অমৃত আৰু ৰুটি নাখালে। ফল আৰু কি হ'ব—মনুষ্যজাতিয়ে অমৰত্ব হেৰুৱালে।

সাহিত্যত বাস্তৱ জীৱনৰ প্ৰতিফলন হয়, কল্পনাও থাকে। চুমেৰীয়সকলে তেওঁলোকৰ কাহিনীবোৰত খেতিয়ক জীৱনৰপৰা চৰিত্ৰ লৈছিল, নায়ক লৈছিল আৰু কল্পনাৰ মাধুৰ্য্য লগ লগাই মন-মুগ্ধকৰা সাহিত্যৰ সৃষ্টি কৰিছিল। তেওঁলোকৰ সাহিত্য-প্ৰতিভাৰ আৰু নিদৰ্শন পোৱা যায় "সৃষ্টি কথা" আৰু গিলগামেশ্বৰ কাব্যত।

**সৃষ্টিকথা**—বেবিলনীয়সকলে চুমেৰীয় ঐতিহ্য সাহিত্যত বহন কৰিছিল। চুমেৰীয় "সৃষ্টি কথা" বেবিলনৰ অধীশ্বৰ বা ইষ্টদেৱতা মাৰদুকক নায়ক কৰিছিল। দেৱ-দেবতা সকলৰ বিৰুদ্ধে কিছুমান শক্তিয়ে অনাসৃষ্টি কৰিব বিচাৰিছিল। মাৰদুকে সিহঁতক মাৰি-পিটি খতম কৰিলে। এজনী ডাইনীয়ে বোলে দেব-কূল ধ্বংশ কৰিব খোজা বিদ্ৰোহটোৰ নেতৃত্ব কৰিছিল। মাৰদুকে তাইক ভালকৈ এসেকা দিলে। তাইৰ নাম আছিল তিয়ামাত্। বেবিলনীয়সকলৰ ইষ্ট-দেৱতাই তিয়ামাতৰ মৃতদেহৰপৰা পৃথিবী স্ৰজন কৰিলে। তাইক

উচটাই দিয়া দেৱতাটোৰ তেজৰপৰা মানুহ জাতিৰ সৃষ্টি কৰিলে। মাৰডুকে ঠিক কৰিলে যে মানুহে দেৱ-দেৱতাবোৰক পূজা কৰিব লাগিব। স্বৰ্গৰাজ্যত দেৱতা আৰু পৃথিবীত মানুহ থাকিব। প্ৰতিজন দেৱতাৰে স্বকীয়া স্বকীয়া ঘৰৰ দিহা হ'ল। মানুহে সেই মন্দিৰবোৰত ঈশ্বৰৰ উপাসনা কৰিব। মাৰডুকৰ ইমান প্ৰতাপ দেখি সকলো দেৱতাই ভয়ত তাপ মাৰিলে আৰু তেওঁক অধীশ্বৰ বুলি স্বীকাৰ কৰি ল'লে। ইমানতে কাব্যৰ সামৰণি মৰা হৈছিল। বেবিলনৰ গুৰুত্ব বুজাবলৈকে এই সৃষ্টি কাব্যত মাৰডুকক ঘাই ভূমিকা দিয়া হৈছিল। কিন্তু চুমেৰীয়সকলে তেওঁলোকৰ ইষ্টদেৱতা এন্‌লীলকহে নায়ক কৰিছিল।

**গিলগামেশ্ব কাব্য**—গিলগামেশ মহা পৰাক্ৰমী বীৰ আছিল। গিলগামেশৰ ইমানেই বেচি ক্ষমতা আছিল যে তেওঁ এহাতে এটা প্ৰকাণ্ড সিংহ আৰু আনহাতে এডাল বিষাক্ত সাপক কাবু কৰি ৰাখিব পাৰিছিল। তেওঁ কিন্তু অসীমসাহসী কাৰ্য্য কৰাৰ পিছতো অমৰত্ব লাভ কৰিব নোৱাৰিলে।

গিলগামেশ এৰেক বা উৰুকৰ "ঈশ্বাক" আছিল। তেওঁ ১২৬ বছৰ ৰাজত্ব কৰিছিল। তেওঁৰ নিৰ্য্যাতনত অতিষ্ঠ হৈ প্ৰজাসকলে আৰুৰু নামে দেৱীৰ ওচৰত পৰিত্ৰাণৰ কাৰণে প্ৰাৰ্থনা কৰিলে। আৰুৰুৱে প্ৰাৰ্থনাত সন্তুষ্ট হৈ এন্‌কিডু নামে এজন প্ৰতিদ্বন্দ্বীক ৰজাৰ লগত ফেৰ মাৰিবলৈ পঠিয়ালে। এন্‌কিডু প্ৰবল পৰাক্ৰমী আছিল। তেওঁ বনৰীয়া জন্তুৰ লগত অটব্য অৰণ্যত থাকিবলৈ লৈছিল। চিকাৰী এজনৰ যোগেদি গিলগামেশ আৰু এন্‌কিডুৰ বন্ধুত্ব স্থাপন হয়। দুয়ো বুকুৰ বান্ধৈ হৈ পৰিল। এন্‌কিডুৱে নগৰত থাকিবলৈ আহিল বন্ধুৰ অনুৰোধত। পিছে তেওঁ হাবিতহে থাকি ভাল পাইছিল। হাবিলৈ ঘূৰি যাবলৈ ওলালত সূৰ্য্য দেবতাইহে বুজাই বঢ়াই ৰাখিলে। পিছত গিলগামেশৰ সৈতে এন্‌কিডুৱে ঈনানা দেৱীৰ তালৈ যাবলৈ মনস্থ

কৰিলে। ঈনানাৰ প্ৰহৰী আছিল প্ৰকাণ্ড দৈত্য খুম্‌বাবা। গিলগামেশে খুম্‌বাবাক কাটি ছিঙি তুখ্‌ৰুং কৰিলে। এনেতে ঈনানাই গিলগামেশক বিয়া কৰাব খুজিলে। গিলগামেশ অসম্মত হোৱাত ঈনানাই প্ৰতিশোধ লবলৈ বুলি প্ৰকাণ্ড ষাঁড় এটা পঠাই দিলে। এন্‌কিডুৱে ষাঁড়টোক মাৰি বন্ধুৰ প্ৰাণ ৰক্ষা কৰিলে। পিছে নগৰলৈ ঘূৰি অহাৰ পিচত বেমাৰত পৰি এন্‌কিডুৰ মৃত্যু হয়। গিলগামেশে বন্ধু-বিৰহত বৰ দুখ পালে আৰু "মৃত সঞ্জীৱনী সুধা" বিচাৰি ওলাল। বহুতো ঘূৰি পকি তেওঁ "মৃত্যুৰ সাগৰ"ৰ পাৰত অমৰত্ব লাভ কৰা মানুহ থকা দেশত উপনীত হ'ল। ইয়াত গিলগামেশে শুনিলে যে আকাশৰ দেৱতা এন্‌লিলে মানুহৰ ওপৰত প্ৰবল বানপানীৰ ঢল নমাই দিছে। বহুত দিন অনাই-বনাই ফুৰি ফুৰি গিলগামেশে অমৰত্ব দিব পৰা বনডাল পালে। কিন্তু পালে কি হ'ব, নিজৰ দেশলৈ ঘূৰি আহোঁতে বাটত সাপ এটাই বস্তুটি খাই পেলালে। গিলগামেশৰ দুখৰ সীমা নোহোৱা হ'ল। মনৰ দুখতে তেওঁ পাতালপুৰী পালেগৈ। পাতালত এনকিডুৰ ছাঁই মৃত লোকসকলৰ দুৰ্ভাগ্যৰ কথা গিলগামেশক ক'লে। গিলগামেশে জানিব পাৰিলে যে জীয়াই থকা সকলে মৰি যোৱা সকলক মনত ৰাখি চলিলেহে পাতালপুৰীত তেওঁলোকে শান্তি পাব।

চুমেৰীয়া আৰু বেবিলনীয়া উভয়ৰে উপাদান লগ লগাই গিলগামেশ কাব্যৰ সৃষ্টি হৈছিল। সৃষ্টি আৰু প্ৰলয়ক কেন্দ্ৰ কৰি নানা কাহিনী এই যুগত ৰচিত হৈছিল।

গিলগামেশৰ কাব্যত মানুহৰ নিৰ্য্যাতন, যুঁজ, মৰম, মৃত্যু এই সকলোৰে উল্লেখ আছে। মানুহৰ ভিতৰত অগাধ বন্ধুত্ব থাকিব পাৰে, আমৰণ বন্ধুত্বও থাকে। গিলগামেশৰ কাব্যত আমৰণ বন্ধুত্ব তো কথাই নাই—মানুহৰ মৃত্যু হ'লেও যি বন্ধুত্বৰ মৰণ নহয় সেই মৃত্যুহীন, অমৰ বন্ধুত্বৰ আদৰ্শ দেখুৱাইছে বুলি ধৰিব পাৰি।

চুমাৰ-অকাদৰ যুক্তৰাজ্য পতন হোৱাৰ পিছত মানুহৰ মনত

হয়তো ক্লান্তি আহিছিল। হতাশাৰ মনোভাৱেও হয়তো দেখা দিছিল। সেই কাৰণে সেই সময়ৰ সাহিত্যত ইয়াৰ কিছু প্ৰতিফলন দেখা যায়। তেওঁলোকৰ ভাৱত পৃথিবীখনত যেনিবা কলিযুগহে আহিছে, মানুহবোৰ দুৰ্নীতিপৰায়ণ হৈ গৈছে এনে প্ৰকাশ দেখা গৈছিল। হতাশাই ইমান বেচিকৈ মানুহৰ মনত শিপাইছিল যে "নিৰাশাৰ কথোপকথন" বুলি এটি কাহিনী ৰচিত হৈছিল। দেশৰ ৰাজনৈতিক দুৰ্য্যোগত মানুহৰ মনত হয়তো নিৰাশা আহিছিল, কিন্তু এই নিৰাশাৰপৰা সাহিত্যৰো সৃষ্টি হৈছিল।

হামুৰাবিৰ আইননামাৰ বৰ্ণনা দিয়া সময়ত তেওঁৰ চিঠিৰ বিষয়ে উল্লেখ কৰা হৈছিল। হামুৰাবিয়ে এই চিঠিবোৰৰ যোগেদি তেওঁৰ কৰ্ম্মচাৰীসকলৰ লগত সঘন যোগাযোগ ৰাখিছিল, কোনো ঠাইত বান-পানী আহিলে উপযুক্ত বান্ধ তৈয়াৰ কৰি শস্য ৰক্ষা কৰিবলৈ আৰু নাও চলাচলৰ যথাবিহিত ব্যৱস্থা কৰিবলৈ নিৰ্দ্দেশ দিছিল ; সময় মতে কৰকাটল আদায় কৰিবলৈ আৰু ভেটি-খোৱা প্ৰথা নাইকীয়া কৰিবলৈ আদেশ দিছিল, ইত্যাদি। কৰ্ম্মচাৰীসকলে চিঠি লিখিছিল। সাধাৰণতে চিঠিত সাহিত্য নেথাকে, কিন্তু চিঠি লিখা-লিখিৰপৰা শিক্ষিতৰ সংখ্যাৰ বিষয়ে অনুমান কৰিব পাৰি। অৱশ্যে চৰকাৰী কামত থকা কম সংখ্যক মানুহেহে চিঠি-পত্ৰ লিখা-লিখি কৰিছিল। ব্যক্তিগত চিঠি-পত্ৰৰ আদান-প্ৰদানো চলিছিল। কিন্তু ইয়াৰপৰা ধৰি লব নেলাগে যে বহুতেই লিখা-পঢ়া জানিছিল। আচলতে শিক্ষিতৰ সংখ্যা নিচেই তাকৰ আছিল। লিখা-পঢ়া নজনা মানুহে পুৰোহিতৰ হতুৱাই নিজৰ লিখোৱা কাম কৰাই লৈছিল।

এই যুগত এবিধ নীতি-কথাৰ সাহিত্যও ৰচিত হৈছিল। চুমেৰীয় যুগৰ শেষৰ পিনে আৰু হামুৰাবিৰ যুগত এনে সাহিত্যৰ সৃষ্টি হৈছিল। নীতি-কথাৰ এটা নমুনা হৈছে ; "মাৰা-বাপেৰাক খুৱাবা আৰু সন্মান কৰিবা। চেলবেলাই নুফুৰিবা, নভবা-নিচিন্তাকৈ কথা নকবা।"

"এবিধ বেমাৰৰ নিমিত্তে কোনো ডাক্তৰ নাই—এইটো হৈছে খাদ্যবস্তু নথকাটো।"

চুমেৰীয় আৰু বেবিলনীয় সাহিত্যত সমসাময়িক জীৱনৰ প্ৰতিফলন দেখা যায়। ইয়াৰপৰা মানুহৰ চিন্তা আৰু চেতনাৰ বিষয়ে জানিব পাৰি। বেচিভাগ কাহিনীয়েই কল্পনা-প্ৰধান আছিল। কল্পনাৰ বিষয়ত আকৌ ধৰ্ম্মৰ মনোভাব প্ৰবল আছিল। যি নগৰীয় সভ্যতাত নগৰখনকেই ঈশ্বৰৰ সম্পত্তি বুলি ভবা হৈছিল তাত এনে হোৱাটো একো অস্বাভাবিক নহয়।

## চুমেৰীয়-বেবিলনীয়সকলৰ ধৰ্ম্ম-বিশ্বাস

চুমেৰীয় আৰু বেবিলনীয়সকলৰ বহুতো দেৱ-দেৱী আছিল। তেওঁলোকৰ উপাসনাৰ কাৰণে মন্দিৰ সজা হৈছিল। ছজনা ডাঙৰ দেৱ-দেৱীৰ কাম তলৰ দৰে আছিল ;—(১) আনু—স্বৰ্গৰ দেৱতা (২) এন্‌লীল্—বায়ু আৰু বৰুণ দেৱতা ; (৩) ইয়া বা এন্‌কি—পৃথিবী আৰু পৃথিবীৰ তলৰ সৰোবৰৰ দেৱতা ; (৪) নিন্‌তুদ্—উৰ্ব্বৰতাৰ দেৱী ; (৫) চিন্—চন্দ্ৰ দেৱতা ; আৰু (৬) উটু—সূৰ্য্য দেৱতা। মুঠতে চাৰি হাজাৰ দেৱ-দেৱী আছিল। এওঁলোকক মুঠতে দুটা ভাগত ভগোৱা হৈছিল।—(১) পৃথিবীৰ উপৰিভাগ আৰু আকাশৰ দেৱ-দেৱী আৰু (২) পৃথিবীৰ তলভাগৰ দেৱ-দেৱী। নাৰগাল দেৱতাই মৃত্যু-ৰাজ্যত ৰাজত্ব কৰিছিল। চেমিটিকসকলে চুমেৰীয় সভ্যতা গ্ৰহণ কৰাৰ পিছত চুমেৰীয় দেৱ-দেৱীসকলক নিজৰ দেৱ-দেৱীৰ নামৰ লগত মিলাই লৈছিল। মাৰডুকক ইষ্টদেৱতা কৰি লোৱা হৈছিল ; চুমেৰীয়সকলৰ ইষ্টদেৱতা আছিল এন্‌লীল্।

চুমেৰীয় ধৰ্ম্মমন্দিৰবিলাকৰ এটা বিশেষত্ব আছিল। মন্দিৰবোৰক সু-উচ্চ মিনাৰ হিচাবে সজা হৈছিল, এইবিলাক কেইবাখাপৰ মঞ্চ থকা মন্দিৰ। ১৫০ ফুট ওখ তিনটা খটখটি আছিল। মিনাৰৰ ওপৰত

চাৰিচুকীয়া মন্দিৰ আছিল—চোতালৰ নিচিনা মুকলি ঠাই ৰখা হৈছিল; মুকলি ঠাইৰ ওচৰত পবিত্ৰ ঠাই আছিল। নিপ্পুৰত এন্‌লীলৰ উদ্দেশ্যে প্ৰথম মন্দিৰটো সজা হৈছিল। মঞ্চ থকা মন্দিৰৰ ওচৰত সৰু ঘৰ এটা কৰা হৈছিল। মানুহে যেনেকৈ নগৰত ঘৰত থাকে তেনেহিচাবেই থাকিবৰ ঘৰ হিচাবে ইয়াক সজা হৈছিল।

ধৰ্ম্ম-বিশ্বাসৰ লগত খেতিয়ক জীৱনৰ গভীৰ সম্বন্ধ আছিল। মিনাৰ মন্দিৰৰ ওচৰত থকা দেৱ-দেৱী থকা মন্দিৰলৈ খেতিয়কে মাহ-চাউলৰ দৰে প্ৰসাদ কৰিবলৈ বস্তু আনিছিল। সাধাৰণতে তেওঁলোকে ছাগলী আৰু পানী ভৰোৱা ঘট এটা আনিছিল; ঘটৰ ওপৰত খাজুৰ গছৰ কেঁচা পাত দুডালমান দিয়া হৈছিল। এইবিলাক বস্তুৰ উপহাৰৰ যোগেদি খেতিৰ গুৰুত্ব বুজোৱা হৈছিল। দেৱতাই যাতে সন্তুষ্ট হৈ খেতিৰ মাটি উৰ্ব্বৰা কৰে, দেশখন যাতে সুজলা-সুফলা শস্য-শ্যামলা হৈ থাকে তাৰ কাৰণেই এই মিনতি। দেৱতাসকলে মাজে মাজে প্ৰবল বান-পানীৰ ঢল নমাইছিল, সেইহে সুজলা মানে প্ৰয়োজনীয় পৰিমাণৰ পানীহে খেতিয়কসকলে বিচাৰিছিল। সোণালী ধাননী আৰু সেউজীয়া কুঁহিপাতেৰে দেশখন ভৰ-পূৰ কৰিবলৈ আকাশ-বতাহৰ দেৱতা, সাগৰৰ দেৱতা, উৰ্ব্বৰতাৰ দেৱী সকলোকে সন্তুষ্ট কৰা হৈছিল।

হামুৰাবিৰ বেবিলনতো মঠ মন্দিৰ আছিল। চুমেৰীয়-বেবিলনীয়-সকলৰ জীৱন-নিৰ্ব্বাহৰ বিষয়ে আমি পাই আহিছোঁ যে মন্দিৰবোৰত ব্যৱসায় বাণিজ্যৰ কামো চলিছিল। গোটেই যুগটোৰ ধৰ্ম্মবিশ্বাসত কিছুমান অদ্ভুত কথা আছিল। ঈশ্বৰ সন্তুষ্ট হৈ দুখীয়াক ধনীৰ বিপক্ষে ৰক্ষা কৰিব, ভাল কাম কৰিলে ভাল ফল দিব, এনে ধাৰণাৰপৰা মানুহে ধৰ্ম্ম আচৰণ কৰা নাছিল। চুমেৰীয় আৰু বেবিলনীয়সকলৰ মতে কেউফালে বদশক্তি আৰু ভূত-প্ৰেত আদিয়ে যেন নেদেখাকৈ বাঁহ লৈ থাকে। মাটিৰ তলৰ প্ৰদেশৰপৰাহে বোলে কিছুমান

সত্বাই মানুহক সপোন দেখুৱায়। আকাশ-বতাহ চাৰিওফালে অশুভ শক্তিবোৰে বিৰাজ কৰে। গতিকেই মানুহে ধৰ্ম্ম আচৰণ কৰিছিল, ভয়ে ভয়ে প্ৰাৰ্থনা কৰিছিল। ভয় মানে বুকুত ভয় আছিল, কিজানি আগতে কৰা পাপৰ কাৰণে দেৱ-দেৱীয়ে খং খায়, কিজানি দেৱতা অসন্তুষ্ট হয়। নিজৰ বিশ্বাস মতে তেওঁলোকে ধৰ্ম্ম আচৰণৰ যোগেদি ফলো পাইছিল। খেতি ভাল হলে দেৱ-দেৱীৰ সদনাম, বেয়া হলে ভবা হৈছিল যে খেতিয়কসকলৰ ওপৰত আৰু সাধাৰণভাবে মানুহৰ ওপৰত তেওঁলোক অসন্তুষ্ট হৈ প্ৰতিশোধ লৈছে। সেইবাবে আৰু বেচি প্ৰাৰ্থনা। দৰাচলতে নগৰীয়া জীৱনত দেৱ-দেৱীৰ প্ৰাধান্য খুব বেচি আছিল। নগৰত অধিষ্ঠান কৰা দেৱ-দেৱীয়েই নগৰৰ আচল শাসক বুলি ভবা হৈছিল। দেৱ-দেৱীৰ হৈ কাম চলাইছিল পুৰোহিত-সকলে। নগৰৰ শাসকেই প্ৰধান পুৰোহিতো আছিল।

খেতিয়ক জীৱনক কেন্দ্ৰ কৰি এক ধৰণৰ প্ৰকৃতি উপাসনাৰ নিয়ম আছিল। ঋতু ভেদে শস্য উৎপাদনৰ লগত ইয়াৰ সম্বন্ধ আছিল। এনে উপাসনাৰ দেৱী আছিল ঈনানা। বেবিলনীয়সকলে ঈনানাৰ নাম ঈশটাৰ দি লৈছিল। ঈনানা উৰ্ব্বৰতাৰ দেৱী আছিল, অৰ্থাৎ তেওঁ সন্তুষ্ট হ'লে খাদ্যশস্যৰে ভঁৰাল ভৰি পৰিছিল। পৃথিবী মাতৃস্বৰূপা আছিল। পৃথিবী-মাতৃ ঈশটাৰ আৰু তেওঁৰ সঙ্গী তামুজক-লৈ বহুতো উপকথাৰ ৰচনা হৈছিল। ঈশটাৰক উপাসনা কৰাৰ যোগেদি এটা কথা প্ৰকাশ পাইছিল। সেইটো হৈছে এই যে সেই সময়ৰ নগৰীয়া সভ্যতা পশুপালন আৰু খেতিৰ ওপৰত ঘাইকৈ নিৰ্ভৰশীল আছিল।

যুগে যুগে মানুহৰ দেৱ-দেৱীৰ নাম সলনি হৈছে। নাম সলনি হ'লে কি হ'ব, কাম একেই হব বুলি মানুহে ভাৱে। শেক্সপিয়েৰে লিখিছিল যে নামত একো কথা নাই, গোলাপ ফুলক তুমি যি নাম দি নামাতা লাগে, সি গোলাপেই গোন্ধাৰ। বেবিলনীয়াৰ ঈশটাৰৰ

খ্যাতি ভূমধ্য সাগৰৰ অঞ্চলতো বিয়পি পৰিল। গ্ৰীকসকলে যাক এফ্ৰডাইট্ আৰু ৰোমানসকলে যাক ভেনাছ বুলিছিল সেই দেৱী হৈছে চুমাৰৰ ঈনানা আৰু বেবিলনীয়াৰ ঈশটাৰ।

মানুহে দোষ কৰিলে শাস্তি হয়, কিন্তু দোষৰ ক্ষমাও আছে। পিছৰ যুগৰ ধৰ্ম্মগুৰুসকলে পাপক ঘিণ কৰিবলৈ কৈছে, কিন্তু পাপীক ঘিণ কৰিবলৈ নিষেধ কৰিছে। কাৰণ ভুল কৰাটো ডাঙৰ কথা নহয়, কিমান সোনকালে ভুলৰ শুধৰণি কৰা হয় সেইটোহে আচল কথা। দোষীয়ে হয়তো পুনৰ দোষ নকৰিব সেই আশাত ক্ষমাৰ উৎপত্তি হৈছিল। বেবিলনীয় সকলেও ভাবিছিল যে সমগ্ৰ জগতৰ অধীশ্বৰে পাপী মানুহক ক্ষমা কৰিব পাৰে। ইযাৰ অৰ্থ হৈছে, মানুহে পাপ কৰিলে ঈশ্বৰৰ সহায় নোহোৱাকৈ শাস্তিৰপৰা নিস্তাৰ পাব নোৱাৰি।

চুমেৰীয়সকলৰ কাৰণে স্বৰ্গও নাছিল, নৰকো নাছিল। পৃথিবীৰ বাহিৰে আন ঠাইৰ জীৱনৰ কথা তেওঁলোকে বৰ নেভাবিছিল। মৃত্যুৰ পিছত কি হয় সেই বিষয়ে তেওঁলোকৰ স্পষ্ট ধাৰণা নাছিল। মৃত্যুৰ পিছত মানুহৰ সত্বা থাকে বুলি তেওঁলোকে বিশ্বাস কৰিছিল। পিছে সত্বা থাকিলে কি হ'ব, এই জীৱনৰ বাহিৰে আন ঠাইত দুখহে আছে। গতিকে এই জীৱনতে আনন্দ গনেৰে নিজৰ কাম কৰি উৎসৱ আদি পাতি থাকিব লাগে। গতিকে দেৱ-দেৱীসকলৰ লগত খুব ওচৰ সমন্ধ পাতি তেওঁলোকে ধৰ্ম্মসম্বন্ধীয় উৎসৱ আদি কৰিছিল, ভোজ-ভাত খাইছিল। হাম্মুৰাবিৰ বেবিলনতো ধৰ্ম্মীয় উৎসৱ হৈছিল। তেওঁৰ এখন চিঠিৰপৰা জনা যায় এবাৰ আদালতত বিচাৰৰ কাম ৰাখিও উৎসৱৰ কামত চকু দিবলৈ বিষয়া এজনক কোৱা হৈছিল।

## চুমেৰীয়-বেবিলনীয় যুগৰ শিল্প

### নিৰ্ম্মাণ বিদ্যা

সভ্যতাৰ পোহৰ পোৱা পুৰণি পৃথিবীৰ মানুহেও জানিছিল যে খোৱা-বোৱা আৰু পিন্ধা উৰাৰ বাহিৰেও থাকিবলৈ ঘৰ লাগে। আজিকালি ঘৰ সাজিবলৈ বহুতো বস্তু পোৱা যায়, অৱস্থা অলপ টনকিয়াল হ'লে মানুহে পকী-ঘৰ কৰি লয়। হাজাৰ হাজাৰ বছৰৰ আগতেঁ ঘৰ কৰা সজুলিৰ নাটনি আছিল। তথাপি চুমেৰীয়সকলে বস্তুৰ অভাৱত পিছ পৰি থকা লোক নাছিল। তেওঁলোকে খাগৰিৰ মুঠা বান্ধি খুটা কৰিছিল আৰু বেৰো কৰিছিল। মাটিৰে বেৰ লিপি লবও জানিছিল। এতিয়াৰদৰে ইটাৰ ভাটা নথকাতো ৰ'দত শুকাই বা জুইত পুৰি ইটাও ব্যৱহাৰ কৰিছিল। মুৰ জোঙা এবিধ ইটা লগ লগাই ঘৰবোৰ ধুনীয়া কৰিও লৈছিল। তাৰোপৰি খবুৰা লগাই শিলৰ দুৱাৰ-দলিৰ ওপৰত দুৱাৰ খোলা-মেলাৰ যতনো কৰি লৈছিল। খিলান দেখিছানে ? পদুলিৰ মুৰত বা উৎসৱ আদি হলে সোমোৱা বাটত আমি আজিও ওপৰ ফালে ধেনুভিৰীয়া গেট সাজো। চুমেৰীয়-সকলে ধেনুভিৰীয়াকৈ সোমোৱা বাট কৰিব জানিছিল। দুকোছা ইকৰাৰ ওপৰফাল বেকা কৰি বান্ধ এটা দি তেওঁলোকেও খিলানৰ আকৃতিৰ প্ৰবেশ পথ কৰিব পাৰিছিল। "জিগুৰাট" বা খট-খটী থকা আৰু মঞ্চ থকা মন্দিৰৰ কথা আগতে উল্লেখ কৰা হৈছে। এইবিলাক মাটি আৰু ইটাৰে সজা হৈছিল। আন আন মন্দিৰত চুণ-শিল ইটা আদি ব্যৱহাৰ কৰা হৈছিল। নানা ৰং-বেৰঙেৰে মন্দিৰবোৰ জিলিকি আছিল। ইটাৰে পকা কৰা মজিয়াৰ ওপৰতো মন্দিৰ সজা হৈছিল। ঈনানা বা ঈশটাৰৰ উদ্দেশ্যে কৰা এনে মন্দিৰৰ প্ৰমাণ পোৱা হৈছে। মন্দিৰৰ দুৱাৰত তামৰ দুটা সিংহমূৰ্ত্তি দুফালে ৰখা হৈছিল। চুমেৰীয় সভ্যতাৰ সোণালী যুগ আৰু হামুৰাবিৰ বেবিলনতো ধুনীয়া ঘৰ সজা হৈছিল জকমকীয়া মন্দিৰ তৈয়াৰ কৰা

হৈছিল। হামুৰাবিৰ দিনৰ ধ্বংশস্তূপৰপৰা পণ্ডিতসকলে অনুমান কৰিছে যে সেই সময়ত প্ৰায় সকলোৰেই ঘৰৰ সম্মুখত খেমুভিৰায়া প্ৰবেশ পথ সাজিছিল। স্থপতি বিদ্যা বা ঘৰ সজা বিদ্যাত এই যুগৰ মানুহে উন্নত আছিল।

ভাস্কৰ্য্য বা শিল, ধাতু আদিত মূৰ্ত্তি-কটা দেখনিয়াৰ বস্তু তৈয়াৰ কৰা বিদ্যাতো চুমেৰীয় বেবিলনীয়সকলে নিপুণতাৰ পৰিচয় দিছিল। আৰ নগৰত গো মাতৃৰ উদ্দেশ্যে এটা মন্দিৰ সজা হৈছিল। তাৰ প্ৰবেশ পথত ধুনীয়া মূৰ্ত্তি তামৰে সজা হৈছিল। তামৰ পৰাও ভিন ভিন জন্তুৰ ধুনীয়া ধুনীয়া আকৃতি চুমেৰীয়সকলে সাজিব পাৰিছিল।

প্ৰথমতে যেতিয়া চুমেৰীয়সকলে শিল কাটিবলৈ লয় তেতিয়া তেওঁলোকে ধুনীয়া বস্তু তৈয়াৰ কৰিব নোৱাৰিছিল। সেই সময়ৰ মূৰ্ত্তি আদি খহটা আছিল। কিন্তু যেতিয়া মোহৰ তৈয়াৰ কৰা সময় আহিল তেতিয়া তেওঁলোকে বেচ পাৰ্গতালি দেখুৱালে। ক'বলৈ গ'লে মোহৰ সজা বিদ্যাতো চুমেৰীয়সকলৰ ভাস্কৰ্য্য নিপুণতাৰ উজ্জ্বল নিদৰ্শন। শিলৰ ওপৰত তেওঁলোকে চালে চকুৰৈ যোৱা সৰু সৰু মূৰ্ত্তি কাটিব পাৰিছিল। শিলৰ হ'লেও সৰু সৰু মূৰ্ত্তি থকা মোহৰবোৰ যেন মণি-মুকুটাহে। "গিলগামেশ" কাব্যৰপৰা নানা আখ্যানলৈ মোহৰত ছবি কাটি দেখুৱা হৈছিল। অক্কাদীয় ৰাজত্বৰ দিনত নানা বিষয় লৈ এনে ধৰণৰ ধুনীয়া মোহৰ কৰা হৈছিল। অক্কাদীয়সকলে শিলৰ মূৰ্ত্তি কটা বিষয়ত চুমেৰীয়সকলতকৈ বেচি উন্নতি কৰিব পাৰিছিল। প্ৰথম চাৰগণৰ নাতি ৰজা নাৰাম-চিনৰ দুৰ্গ বিজয়ৰ প্ৰতিমূৰ্ত্তি এটা পোৱা হৈছে। এলেমত পৰ্ব্বতীয়া ঘাটি এটা লৈ নাৰাম-চিনে শত্ৰুক খেদি নিছিল। মূৰ্ত্তিত এনেভাব দেখুৱা হৈছে যে শত্ৰুবোৰে কৰুণা প্ৰাৰ্থনা কৰি পৰাক্ৰমী বীৰ ৰজাৰ মুখলৈ চাই আছে। শিল্পীজনে বিজয় অভিযানৰ নাটকীয় মুহূৰ্ত্ত এটা

বাচি লৈছিল। ৰজা নাৰাম-চিনে অস্ত্ৰ নমাইছে—অৰ্থ কৰা হৈছিল যে তেওঁ শত্ৰুবোৰৰ প্ৰাৰ্থনা মঞ্জুৰ কৰিছে। নাৰাম-চিনৰ শাৰীৰিক অৱয়ব ডাঙৰ কৰি দেখুৱা হৈছিল, উদ্দেশ্য সকৰৈকে দেখুৱা শত্ৰুবোৰৰ যেন তেওঁৰ লগত কোনো তুলনাই নহয়। এই সময়ত জীৱ-জন্তুৰ প্ৰতিফলন কৰাত শিল্পীসকল অভাৱনীয়ভাবে কৃতকাৰ্য্য হৈছিল। হামুৰাবিৰ যুগতো ভাস্কৰ্য্যৰ উন্নতি হৈছিল, অক্কাদিয়সকলৰ সৌন্দৰ্য্যজ্ঞান বেচি আছিল।

ওপৰৰ দুবিধ শিল্পকলাৰ বাহিৰেও আৰু এবিধ শিল্প আছিল। ভাস্কৰ্য্যই সেই সময়ৰ মানুহৰ সৌন্দৰ্য্যজ্ঞান প্ৰকাশ কৰিছিল। কিন্তু সাধাৰণতে জীৱিকাৰ কাৰণেও এটা বিদ্যাৰ প্ৰচলন আছিল, যেনে, মাটিৰ বস্তু তৈয়াৰ কৰা। জীৱিকাৰ কাৰণে কৰিলেও সিবিলাকত শিল্পীৰ হাতৰ পৰশ পৰিছিল। ধুনীয়া ছবি আঁকি শিল্পীসকলে বস্তুবোৰ আকৰ্ষণীয় কৰি তুলিছিল। ধাতুৰ প্ৰচলন হোৱাত নিপুণতা বাঢ়িছিল সোণেৰেও তেওঁলোকে পাত্ৰ আদি তৈয়াৰ কৰিছিল। সোণৰ এটা 'হেলমেট' ( টুপীও ) পোৱা হৈছে। তাত ঢৌ খেলোৱা আৰু কেকোৰা-কেকুৰি চুলিৰ সাঁচ অঁকা আছে। নানা জন্তুৰ প্ৰতিকৃতি কৰি সোণৰ গহনাপাতিও তেওঁলোকে কৰিছিল।

## পুৰণি পৃথিৱীত বিজ্ঞানৰ পোহৰ

কোনো কোনোৰ মতে লেখ-জোখৰ পদ্ধতিৰপৰাই বিজ্ঞানৰ আৰম্ভণি বুলি ক'ব পাৰি। চুমেৰীয় আৰু বেবিলনীয়সকলে প্ৰথমতে এনে লেখ-জোখৰ নিয়ম উলিয়াইছিল। এইফালৰপৰা চাবলৈ গলে বিজ্ঞানৰ ইতিহাসত এওঁলোকৰ স্থান ওখত দিব লাগিব। সময়, দূৰত্ব, মাটি-কালি আৰু পৰিমাণৰ সম্পৰ্কে বহুতো পদ্ধতি ভিন ভিন সময়ত ওলাইছে। কিন্তু প্ৰথম পদ্ধতিটো উলিয়াইছিল চুমেৰীয়-বেবিলনীয় যুগৰ মানুহে।

সূৰ্য্যৰ গতি চাই বেবিলনীয়সকলে বছৰটোৰ হিচাব উলিয়াইছিল। এই হিচাব অৱশ্যে খুব সঠিক নাছিল। তেওঁলোকৰ কাৰণে ৩৬০ দিনীয়া বছৰ আছিল। সূৰ্য্যৰ গতি বা আবৰ্ত্তন লক্ষ্য কৰি পোৱা বছৰটো চন্দ্ৰৰ গতি লক্ষ্য কৰি পোৱা বছৰৰ লগত মিল নাছিল। গতিকে পুৰোহিত-সকলে সময়ে-সময়ে বছৰত কেইদিনমান বঢ়াই লৈছিল। বেবিলনীয় সপ্তাহতো সাত দিন আছিল; এটা দিনক তেওঁলোকে একোজন দেৱতাৰ লগত জড়িত কৰিছিল। দেবতাসকলৰ নামেৰেই গ্ৰহ-বিলাকৰ নামো কৰা হৈছিল। সপ্তমদিন বা দেওবাৰক তেওঁলোকে বহুত দিনৰ আগতেই জিৰণিৰ দিন হিচাবে লৈছিল। দিনৰপৰা ঘন্টা, মিনিত, চেকেণ্ডৰ কথা আহে। সম্ভৱতঃ চুমেৰীয়সকলৰপৰা এইটো পোৱা হৈছে, কাৰণ তেওঁলোকৰ লেখ-জোখৰ একক আছিল ৬০। বেবিলনীয়সকলে বাৰক দুগুণ কৰি দিন আৰু ৰাতিৰ সময় নিৰ্ণয় কৰিছিল। সম্ভৱতঃ হামুৰাবিয়েই নগৰবোৰত সকলোৰে উপযোগী কৰি কেলেণ্ডাৰ এখন প্ৰচলিত কৰে। লাইনৰ জোখত বা দূৰত্বত এক আঙুলিক ⅔ ইঞ্চিক বা ১৬৫ মিলিমিটাৰক একক হিচাবে ধৰা হৈছিল। চুমেৰীয়সকলৰ কাৰণে বেবিলনীয়াত মাটি-কালিৰ একক আছিল ‘চাৰ’—ই ৩৫½ বৰ্গমিটাৰৰ সমান আছিল।

গণিত শাস্ত্ৰও তেওঁলোকে জানিছিল। নিজৰ জীৱনৰ অভিজ্ঞ-তাৰপৰাই এই বিদ্যাৰ চৰ্চ্চা কৰা হৈছিল। উৰুকত পোৱা এখন ফলিমতে দশমিকৰ চিনো দেখা যায়। “গেছ”ক একক সূচাবলৈ ধৰা হৈছিল। যেনে তেওঁলোকে ১ গেছ, মানে ৬০ বুজাইছিল। ৬৪ লিখিছিল এনেকৈ ১ঃ৪ অৰ্থাৎ এক এককমানে ৬০+৪। বিয়োগৰ ব্যৱহাৰো জানিছিল। যেনে ৭ লিখিছিল ১০-৩ হিচাবে। জামিতিৰ বিষয়ত তেওঁলোক বৰ পাকৈত নাছিল। বেবিলনীয়সকলৰ দিনত গণিতশাস্ত্ৰৰ পৰিভাষাৰ বিষয়ত কিছু উন্নতি হয়।

চিকিৎসাশাস্ত্ৰও তেওঁলোকে চৰ্চ্চা কৰিছিল। তেওঁলোকৰ মতে

ভাগ পূব, তলৰ ভাগ পশ্চিম, বাওঁফাল উত্তৰ আৰু সোঁফাল দক্ষিণ দেখুৱা হৈছে—আমাৰ হিচাবৰ বিপৰীত। ভূগোল সমন্ধে তেওঁলোকৰ বৈজ্ঞানিক দৃষ্টি আছিল বুলি ক'ব নোৱাৰি, কাৰণ ভুগোলৰ লগতো দেৱ-দেৱী আছিল। তেওঁলোকৰ মতে দেৱতাসকলে পৰ্ব্বতত বাস কৰিছিল, পৃথিবীৰ সীমাৰ কোনো এঠাইত থকা দ্বীপ এটাত পালী দেৱতা আৰু অমৰ মানুহবোৰ আছিল। সি যি কি নহওক, ব্যৱসায় বাণিজ্য বৃদ্ধিৰ লগে লগে মানুহৰ যে দেশ-বিদেশৰ জ্ঞান বাঢ়িছিল ই ঠিক।

## সামৰণি

মানৱ সভ্যতাৰ প্ৰথম পুৱাত মিচৰৰ দৰে মেছোপটেমিয়াই নতুন আশাৰ আনন্দত কিৰিলি পাৰি উঠিছিল। মেছোপটেমিয়াৰ সমতল ভূমিৰ চুমেৰীয় আৰু বেবিলনীয়সকলে ৰজা, প্ৰজা, ডা-ডাঙৰীয়া, বিষয়া, নাগৰিক আৰু দাস সকলোৱে কেনেকৈ জীৱনযাপন কৰিছিল, কি পিন্ধিছিল, কি খাইছিল, কেনেকৈ ৰং-ধেমালী কৰিছিল, কেনেকৈ বেহা-বেপাৰ কৰিছিল, কেনেকৈ যুঁজ-বাগৰ কৰিছিল, কি কি আৱিষ্কাৰ কৰিছিল, কি বিশ্বাস কৰিছিল, আৰু কাৰ কাৰ ওপৰত বিশ্বাস আৰোপ কৰিছিল, এনেবোৰ বিষয়কে লৈ তেওঁলোকৰ সভ্যতা। এই সভ্যতাৰ গৌৰৱ যাউতি যুগীয়া। যাত্ৰাৰ আৰম্ভ হলে শেষও হয়; ভাগৰুৱা পথিকৰ দৰে এই সভ্যতাৰও এসময়ত ক্লান্তি আহিছিল, আৰু আগুৱাব নোৱাৰিলে। কিন্তু সেইবাবেই ই নিষ্ফল হৈ যোৱা নাই, কাৰণ ইয়াৰ নিজস্ব বৈশিষ্ট্য আছে।

চুমেৰীয শাসনৰ পতন ঘটিছিল কিন্তু চুমাৰৰ সংস্কৃতি আৰু সভ্যতাৰ মৃত্যু হোৱা নাছিল। "পুৰণিক নতুন কৰি এই বেলি তুমি লবা গঢ়ি" এই বাণী সাৰোগত কৰি সময়ৰ লগত খোজ মিলাই জ্ঞানৰ সঁফুৰা স্বৰূপ সুবিখ্যাত আইননামা ৰচনা কৰিছিল। বেবিলনীয়াত

দেৱ-দেৱীসকলে নতুন নাম পাইছিল, কিন্তু আচলতে তেওঁলোক আছিল চুমাৰৰ পুৰণি দেৱ দেৱী। চুমেৰীয ধৰ্ম্মবিশ্বাসৰ বাধাহীন প্ৰচলনৰ উপৰিও সাহিত্যৰ ফুলনিথন জাতিষ্কাৰ হৈ উঠিছিল : পুৰণি ভাষাৰ ব্যৱহাৰ নহলে কি হ'ব, সেই ভাষাত লিখা সাহিত্যৰ অনুবাদতো হৈছিল। শিল্পকলাৰ চুমেৰীয ৰবি বেবিলনীযাত অস্তমিত হোৱা নাছিল।

মানুহে আহে আৰু যায, কিন্তু মানুহৰ ভাল কামৰ খ্যাতি বৈ বৈ যায। চুমাৰ-বেবিলনৰ সভ্যতাৰ সৃষ্টি কৰা মানুহবোৰ নাইকীযা হোৱাৰ পোন্ধৰশ বছৰৰ পিছতো এই সভ্যতাৰ প্ৰভাৱ আছিল; এচিযা মাইনৰ, চিৰিযা আদিত ই বিযপি পৰিছিল। প্ৰাচীন যুগৰ এই সভ্যতাই মানৱসমাজৰ ইতিহাসক গৌৰৱময কৰি তুলিছে।

---



পিরামিড আরু স্ফিংছ



চারে তিনিহাজার বছরের আগের মামি



মামি ঃ কাপোৰেৰে মেৰিওৱা



রাণী নেফেরটিটি



ইখনাটেনৰ মূৰ

# ৰাজনৈতিক বুৰঞ্জী

## (ক) সভ্যতা

মানুহে যেতিয়াই গাওঁ পাতি বাস কৰিবলৈ ধৰিলে, খেতি-বাতি কৰি শস্য উৎপাদন কৰিবলৈ শিকিলে, আৰু শিকিলে গৰু ছাগলী আদি জন্তু পুহিবলৈ, তেতিয়াই আধুনিক অৰ্থৰ 'সভ্যতা' আৰম্ভ হয়। পিচে ই বহুদিনৰ আগৰ ঘটনা, খৃষ্টজন্মৰ অন্ততঃ পাঁচহেজাৰ বছৰৰ আগৰ ঘটনা। বৰ্ত্তমান সময়ৰপৰা সেই ঘটনালৈ এই সাতহেজাৰ বছৰৰ গোটেইখিনিৰ বুৰঞ্জীৰ লিখিত প্ৰমাণ পোৱা নাযায়; লিখিত প্ৰমাণ কিছু পোৱা যায় খৃষ্টজন্মৰ চাৰে তিনিহাজাৰ বছৰৰ আগলৈ। তাৰো আগেয়ে কি ঘটিছিল তাৰ আভাস পায় মাটি খান্দি উলিওৱা বাচন-বৰ্ত্তন, হাড়-মূৰ, অস্ত্ৰ-শস্ত্ৰ ইত্যাদিৰপৰা। প্ৰাচীন নীল নদৰ পাৰৰ সভ্যতা বা ইজিপ্ট দেশৰ বুৰঞ্জীৰ কথাও এই 'লিখিত' আৰু 'অলিখিত' প্ৰমাণৰ ওপৰতে নিৰ্ণয় কৰা হৈছে।

পুৰণি কালত নীল নদৰ নাম আছিল কেম অৰ্থাৎ ক'লীয়া। মাটিৰ ৰং ক'লা আছিল কাৰণেই কেম বোলা হৈছিল। প্ৰাচীন ইজিপ্টত মেজিক অৰ্থাৎ তন্ত্ৰ-মন্ত্ৰৰ চৰ্চ্চা কম হোৱা নাছিল; কেম অঞ্চলৰ যাদুৰ কুখ্যাতিয়ে পিচলৈ 'ব্লেক মেজিক' বা 'অনিষ্টকাৰী যাদু' কথাষাৰৰ সৃষ্টি কৰিলে। সেইদৰে কেম শব্দটোৰপৰাই পিচলৈ কেমিষ্ট্ৰি (ৰসায়ন) শব্দটোৰো সৃষ্টি হ'ল। মেজিক শব্দটোও ইজিপ্টে ধাৰ কৰা চেমিতীয় ইম্‌গা শব্দৰপৰা ওলোৱা। এইদৰে আধুনিক জগতৰ বহুতো কথাৰ ওৰ বিচাৰিবলৈ হলে পুৰণি ইজিপ্টত ভুমুকি মাৰিব লগা হয়। ইজিপ্ট নামটো অৱশ্যে গ্ৰাকবিলাকে দিয়া। সেইদৰে আৰু এটি নাম 'মিচৰ' আৰবসকলে দিয়া।

এতিয়া প্ৰথমতে এই দেশৰ বুৰঞ্জীৰ আভাস লোৱা যাওক।

## ( খ ) মিনিজ

প্ৰথমতে নীল নদৰ দুই পাৰৰ ঠেক সাঁকুৰা অঞ্চলত কিছুমান লোক বাস কৰিছিল। উত্তৰ আৰু দক্ষিণ ভাগৰ মাজত বিশেষ সম্বন্ধ নাছিল। প্ৰায় খৃঃ পূঃ ৩৩০০ চনত ( এই ৰচনাৰ সকলো তাৰিখ খৃষ্টপূৰ্ব্ব ) মিনিজ নামে দক্ষিণৰ ৰজা এজনে উত্তৰ অঞ্চল জয় কৰে আৰু সংযুক্ত ৰাজ্যখনৰ ৰাজধানী পাতে মেম্‌ফিছত ( কাইৰোৰ ওচৰত )। এই ঘটনাৰপৰা স্বাধীন দেশ হিচাবে ইজিপ্ট যেতিয়া লোপ পালে তেতিয়ালৈকে এই দীঘলীয়া কালছোৱাক বুৰঞ্জীবিদ্‌সকলে ডেৰকুৰি ৰাজকীয় ফৈদত ভাগ কৰিছে। প্ৰত্যেক ফৈদে কিছুকাল ৰাজত্ব কৰে আৰু তাৰ পিচত আন এটি ফৈদ জাগি উঠে। এই ফৈদবিলাকৰ ৰাজত্বৰ কাল বিভিন্ন ধৰণে নিৰ্ণয় কৰা হয়; বৰ্ত্তমান ৰচনাত এই আঁচনি গ্ৰহণ কৰা হৈছে—

| ফৈদ | কাল | আনুমানিক তাৰিখ | যুগ |
|---|---|---|---|
| ১—২ | প্ৰাচীন কাল | ৩৩০০—২৭৭৮ | |
| ৩—৬ | পুৰণি ৰাজ্য | ২৭৭৮—২৩০০ | পিৰামিডৰ যুগ |
| ৭—১০ | প্ৰথম মাজৰ কাল | ২৩০০—২০৬৫ | |
| ১১—১২ | মধ্য ৰাজ্য | ২০৬৫—১৭৮৫ | সামন্ততান্ত্ৰিক যুগ |
| ১৩—১৭ | দ্বিতীয় মাজৰ কাল | ১৭৮৫—১৫৮০ | |
| ১৮—২০ | নতুন ৰাজ্য | ১৫৮০—১০৮৫ | সাম্ৰাজ্যৰ যুগ |
| ২০—৩০ | পিচৰ কাল | ১০৮৫—৩০ | |

প্ৰাচীন কালৰ ভিতৰত ইজিপ্টবাসীযে শাসন আৰু ধৰ্ম্মসংক্ৰান্ত নিয়ম কিছুমান উলিয়ায়, দেশৰ কেন্দ্ৰীয় চৰকাৰ সবল কৰে, আৰু

হাইয়াৰোগ্লিফ্ নামে জনাজাত আখৰৰ চিন বা লিপি আৰু পদ্ধতিৰ উন্নতি সাধে। পুৰণি ৰাজ্য আৰম্ভ হয় জোছাৰৰ শাসনকালত; এই ৰজাজনৰ প্ৰেৰণাতে চেক্‌কুৱাৰে নামে ঠাইত ঢাপ ঢাপ কৰি সজা পিৰামিডৰ সৃষ্টি হয়, আৰু এই পিৰামিডেই পৃথিৱীৰ আটাইতকৈ পুৰণি বৃহৎ গৃহ। জোছাৰৰ মন্ত্ৰীয়ে কবিৰাজহিচাবে ইমান খ্যাতি লাভ কৰে যে পিচত এওঁক দেৱতা আখ্যা দিয়া হয়।

এই পিৰামিড নিৰ্ম্মাণৰপৰাই মঠ-মন্দিৰ আৰু মূৰ্ত্তি আদি সজা কামত শিলৰ ব্যৱহাৰ প্ৰচলন হবলৈ ধৰে। শিলৰ ব্যৱহাৰৰ অপূৰ্ব্ব চানেকি দেখিবলৈ পোৱা যায় কূফু (কিয়পছ) আৰু তেওঁৰ পিচৰ ৰজাসকলে সজোৱা গিজাৰ পিৰামিডত (প্ৰায় ২৬০০-২৫০০)। এই সময়ৰ পুৰোহিতসকলে কূফুৰ বদনাম গাইছিল এইদৰে, “এওঁ পাপত পোত গ’ল, কিয়নো মন্দিৰৰ দুৱাৰ জপাই এওঁ পূজা-সেৱাৰ মুদা মাৰিলে।” কিন্তু কূফুৰ শাসন সুশৃঙ্খল নোহোৱাহেঁতেন আৰু দেশখন চহকী নোহোৱাহেঁতেন, এনে বিৰাট বিৰাট সমাধি সজোৱা জানো সম্ভৱ হ’লহেঁতেন? ৰজাৰ আৰ্হি লৈ ডাঙৰীয়াসকলেও শিলৰ ঘৰ আদি সজালে।

## (গ) প্ৰজাবিদ্ৰোহ

প্ৰথম মাজৰ কালত ৰজা দুৰ্ব্বল হৈ পৰিল আৰু আনহাতে পুৰোহিতসকলৰ বাঢ়িল আক্ৰোহ। ফলত ৰাইজৰ মাজত বিক্ষোভ উপজিল। এই কালৰ চাক্ষুষ বিৱৰণ পায় ‘জ্ঞানীৰ উপদেশ’ নামৰ বৰ্ণনা এডোখৰৰ পৰা—

> ৰাইজ উত্তেজিত, প্ৰত্যেক নগৰৰপৰা ধ্বনি উঠিছে ‘আহা, আমি এই ডাঙৰীয়াসকলক খেদি দিওঁ।’ উদণ্ড মানুহেৰে দেশখন ভৰি পৰিছে। খেতিয়ক যেতিয়া পথাৰলৈ যায়, সি লগত ঢাল এখন লৈ যায়। বছৰেকীয়া বানৰ প্ৰতি কাৰো কাণষাৰ নাই। খেতি-বাতি বন্ধ। গৰু-গাই দৌৰি ফুৰিছে।

পখাৰৰ শস্য গেলিব ধৰিছে। মানুহৰ কাপোৰ, মচলা, তেলৰ অভাৱ। নিকা কাপোৰ কাৰো গাত দেখা নাযায়। মৰা শ পেলাইছে নদীত। মানুহে নগৰ ত্যাগ কৰি বাস কৰিছে তম্বুত। ৰাজপ্ৰসাদ থিয় হৈ আছে যদিও আন ঘৰ-বাৰীত জুই দিছে আৰু ফেৰোকো (ৰজা) মানুহে বন্দী কৰি থৈছে। ভিকহুবিলাক চহকী হ'ল। যি বাট বুলিছিল শুদা ভৰিৰে, তাৰ কপাল ফুলিল। যিজনীয়ে মুখ চাইছিল খালৰ পানীত, তাইৰ হাতত এতিয়া ব্ৰঞ্জৰ (তাম আৰু টিন মিহলি ধাতু) আৰ্চি। বন্দীয়ে পিন্ধিছে সোণ, ৰূপ আৰু ৰঙা-নীলা বাখৰৰ অলঙ্কাৰ। চৌপাশে বিলাসিতাৰ উভৈনদী, কিন্তু ডাঙৰীয়ানীসকলে কয়, 'আমি যদি খাবলৈ কিবা পালোহেঁতেন।' ফটা-চিটা কাপোৰ পিন্ধিবলৈ পোৱাটোহে তেওঁলোকৰ লাজ।

এই উশৃঙ্খল অৱস্থাৰ শাম কটায় একাদশ ফৈদৰ তৃতীয় মেন্টু-হোটেপে। এওঁ দেশৰ উত্তৰ অঞ্চলৰ প্ৰাধান্য আকৌ বৃদ্ধি কৰে, ৰাজধানী থিবিজলৈ নিয়ে আৰু আমেন-ৰাক ইজিপ্টৰ প্ৰধান দেৱতা-ৰূপে সম্মান দিয়ে। এওঁৰ পিচৰ ৰজা প্ৰথম আমেনেমহেট, প্ৰথম চিচোছ্‌ট্ৰিছ, দ্বিতীয় আমেনেমহেট, আৰু দ্বিতীয় চিচোছ্‌ট্ৰিছ আদি ৰজাই দেশখনৰ শাসন উন্নত কৰে, বেপাৰ-বাণিজ্য, জনহিতকৰ গৃহ-নিৰ্ম্মাণ আদি কামতো উদগনি যোগায়।

তৃতীয় চিচোছট্ৰিছ (১৮৮৭-১৮৪৯) আছিল প্ৰতিভাশালী ৰণবিদ। এওঁ ইজিপ্টক সামান্য দেশখনৰপৰা তুলি প্ৰাচীন জগতৰ এক পৰাক্ৰমী ৰাষ্ট্ৰত পৰিণত কৰে। এওঁ লোহিত সাগৰৰ পাৰৰ নুবিয়ানসকলক পৰাজিত কৰে আৰু চিৰিয়াতো অভিযান চলায়। এওঁৰ আদৰ্শ তৃতীয় আমেনেমহেটেও (১৮৪৯-১৮০১) অনুসৰণ কৰে। এওঁ মানুহ চলাব জানিছিল আৰু এচিয়া মাইনৰৰ চাইনাইত থকা তামৰখনি ব্যৱহাৰত লগোৱাৰ উপৰিও ফাইয়ুম প্ৰদেশত বহল ভূমি এডোখৰ বাসোপযোগী কৰি তোলে। ফাইয়ুমত কুৰিমাইল

দীঘল এটি বান্ধ দিয়া হয় আৰু পশ্চিমফালৰ লাচিয়াৰ পৰ্ব্বতীয়া অঞ্চলৰ মোৰিছ বিলত এক জল-ভাণ্ডাৰ সজোৱা হয়। ইয়াৰ উপৰিও হাৱৰা নামে ঠাইত মৰা শ ৰাখিবৰ কাৰণে এক বিস্ময়জনক গৃহ (লেবিৰিট) সজোৱা হয়। এই সক্ষম ৰজাৰ শাসনে ঢুকুৰি বছৰৰো ওপৰ ইজিপ্টবাসীক সুখ-শান্তি দিব পাৰিছিল। কবিয়ে এওঁৰ প্ৰশংসা গাইছিল এইদৰে :—

> মহানদ নীলতকৈয়ো এওঁ ঢুখন দেশক (উত্তৰ আৰু দক্ষিণ অঞ্চল) বেচি শস্যপূৰ্ণ কৰিছে, ঢুয়োখন দেশতে এওঁ কৰিছে শক্তি সঞ্চাৰ···

## (ঘ) হিক্‌চোছৰ আক্ৰমণ

এওঁৰ মৃত্যুত দেশৰ শাসন-অৱস্থা আকৌ কাহিল হয়। এনে সময়তে চিৰিয়াৰ চাইনাই উপদ্বীপৰপৰা কিছুমান উদণ্ড আৰু অমাৰ্জ্জিত মানুহ আহি অলপ আয়াসতে ইজিপ্ট জয় কৰেহি। এওঁলোকক আতঙ্কিত ইজিপ্টবাসীয়ে নাম দিছিল হিক্‌চোছ বা "মৰুভূমিৰ কোঁৱৰ"। হিক্‌চোছসকলৰ শক্তিৰ গুৰিত আছিল ঘোঁৰাৰ ৰথ আৰু উন্নত ধৰণৰ ব্ৰঞ্জৰ ভঁজুৱা তৰোৱাল। এশবছৰমান পৰাধীন হৈ থকাৰ পিচত ইজিপ্টক উদ্ধাৰ কৰে উত্তৰ অঞ্চলৰ থিবিজৰ ৰাজ-কোঁৱৰ এজনে। ৰাজকোঁৱৰজনে প্ৰথম এমহোজ (১৫৮০-১৫৫৭) নাম লৈ ৰাজত্ব আৰম্ভ কৰে। এই সময়ৰপৰা ইজিপ্টৰ গৌৰৱ আকৌ বৃদ্ধি পাবলৈ ধৰে আৰু সাম্ৰাজ্যবাদী অধ্যায়টোও আৰম্ভ হয়।

প্ৰথম আমেন্‌হোটেপে দেশৰ শাসন টনকিয়াল কৰে আৰু এওঁৰ পিচৰ প্ৰথম আৰু দ্বিতীয় থুটমোছৰ দিনত ইজিপ্টৰ সৈন্যই নুবিয়া দখল কৰাৰ উপৰিও চিৰিয়া আক্ৰমণ কৰেগৈ। দ্বিতীয় থুটমোছৰ মৃত্যুৰ সময়ত এওঁৰ পুতেক তৃতীয় থুটমোছৰ বয়স নিচেই কম, সেই কাৰণে কোঁৱৰৰ পেহীয়েক হেটশ্বেপ্‌শ্বটে (১৫২০-১৪৮০) ৰাজ্যৰ

শাসন চলায়। এই অসাধাৰণ তিৰোতাজনীয়ে ৰণ-বিগ্ৰহত পটুতা দেখুৱাব নোৱাৰিলেও, মঠ-মন্দিৰৰ নিৰ্ম্মাণ আৰু বাণিজ্যৰ উন্নতিত বিশেষ উদগনি দেখুৱালে। দেৰ-এল-বাহ্‌ৰি নামে ঠাইত এওঁ সজোৱা মন্দিৰ এতিয়াও ইজিপ্টৰ গৌৰৱৰ সামগ্ৰী। আনহাতে এওঁ পঠিওৱা পাঁচখন জাহাজৰ এটি নৌ অভিযানে চোমালিলেণ্ডৰপৰা বহুতো বিস্ময়কৰ বস্তু আহৰণ কৰি আনে। এই বস্তুবিলাকৰ ভিতৰত ইবনি কাঠ, হাতীদাঁত, ধূনা, বান্দৰ আদি উল্লেখ কৰিব লাগে।

তৃতীয় থুটমোছ (১৫০১-১৪৪৭) আছিল পৃথিৱীৰ প্ৰথম সাম্ৰাজ্য-বিস্তাৰক ৰজা, প্ৰথম ৰণকৌশলী বীৰ, আৰু এওঁক আজিকালি বোল হৈছে 'ইজিপ্টৰ নেপোলিয়ন'। এওঁ পেলেষ্টাইন, চিৰিয়া আৰু সুবিয়াত অভিযান চলায়। চিৰিয়াৰ উত্তৰৰ মিটান্নিসকলৰ সৈতে তিনিখন ডাঙৰ ৰণ যুঁজে, আৰু শত্ৰুবোৰক ইউফ্ৰেটিজ নদীৰ সিপাৰ কৰি থয়। পেলেষ্টাইনৰ বন্দৰকেইটি দখল কৰি নৌশক্তিৰ আৱশ্যকতা কিমান তাকো এওঁ প্ৰমাণ কৰি দেখুৱায়।

পৰাজিতক কিন্তু তেওঁ ভাল ব্যৱহাৰ কৰিছিল, আৰু জয় কৰা দেশবিলাকৰ তেওঁ অৱনতি কামনা নকৰিছিল। ইজিপ্টৰ কবিসকলে তৃতীয় থুটমোছক ৰিজাইছিল চৌপাশে ঘূৰি থকা ধূমকেতুৰ লগত, আৰু তেওঁৰ মন্ত্ৰী ৰেখমিৰেই কৈছিল, "মহাৰাজে ক'ত কি হয় সকলোৰে গম পায়; তেওঁ নজনা কথা নাই; সকলোতে তেওঁ জ্ঞান-দেৱতা থোথৰ তুল্য; তেওঁ আৰম্ভ কৰি শেহ নকৰা কাম একো নাই।" আমেন দেৱতাৰ নামত সজোৱা কৰ্ণাকৰ বিৰাট মন্দিৰৰ দেৱালৰ ফলিত এই ৰজাজনৰ বিজয়-কাহিনী লিপিবদ্ধ কৰি থোৱা হৈছিল।

এই ৰজাজনৰ প্ৰতিভা যেনে বহুমুখী, উদ্যমো তেনে সীমাহীন আছিল। কিয়নো শান্তিৰ ক্ষেত্ৰতো এওঁ কম মৌলিকতা নেদেখুৱালে। শিলৰ ঘট আৰু মন্দিৰ নিৰ্ম্মাণৰ আঁচনিত এওঁ প্ৰশংসনীয় আৰ্হি

দেখুৱাইছিল।. দেশৰ বিভিন্ন ঠাইত এওঁ চাৰিশিৰীয়া শিলৰ যি স্তম্ভ সজোৱাইছিল ( অবেলিস্ক ) তাৰে তিনিটা এতিয়া আছে ইষ্টান্‌বুল, নিউয়র্ক আৰু লণ্ডন চহৰত। এওঁৰ পিচৰ তিনিজন ৰজাৰ শাসন-কালত ইজিপ্টৰ সকলো বিষয়তে—ৰণ-বিগ্ৰহ, কলা, ভাস্কৰ্য্য আৰু আন শিক্ষা-দীক্ষা সকলোতে জয়জয় ময়ময়। চতুৰ্থ আমেনহোটেপ বা ইখ্‌নাটেনৰ দিনতে ইজিপ্টৰ অৱনতিৰ প্ৰথম চিন দেখিবলৈ পোৱা গ'ল।

## ( ঙ ) ধৰ্ম্মসংস্কাৰ

ইখ্‌নাটেনক বুলিব পাৰি পৃথিৱীৰ প্ৰথম ঘাই ধৰ্ম্মসংস্কাৰক আৰু প্ৰথম উল্লেখযোগ্য ভজন ৰচনাকাৰ। এওঁ ৰাইজক আমেন-ৰা দেৱৰ পূজা ত্যাগ কৰি বেলিৰ "চাক" আটেনৰ পূজা চলাবলৈ নিৰ্দ্দেশ দি এক ধৰ্ম্ম বিপ্লবৰ প্ৰৱৰ্ত্তন কৰে। আমেন-ৰাও সূৰ্য্যদেৱৰে নাম আছিল। কিন্তু আগেয়ে চলিছিল আৰু আন বহু দেৱ-দেৱীৰ পূজা। এতিয়া সকলো সৃষ্টিৰে মূল পিতৃতুল্য মৰমিয়াল আটেন বুলি সূৰ্য্যৰ চাকটোকে পূজা কৰিবলৈ দিহা দিয়া হ'ল। ৰজাৰ উদ্দেশ্য আছিল যাতে সকলো মানুহ হয় 'জ্ঞানী আৰু ন্যায়বান, মুক্ত আৰু শান্ত।" সৈন্যসকলে যাতে খেতিয়কৰ ওপৰত অত্যাচাৰ নকৰে তালৈকেও তেওঁ নজৰ ৰাখিছিল।

এই অভিনৱ ধৰ্ম্মৰ ফল হল এই যে আমেন-ৰা দেৱতাৰ মন্দিৰৰ দুৱাৰ জাপ খালে, পুৰোহিতসকলৰ শক্তি টুটিল, ৰজাই নিজে নতুন নাম ললে ইখ্‌নাটেন, অৰ্থাৎ 'বেলিৰ চাকৰ জ্যোতি'। ৰাজধানীও থিবিজৰপৰা আঁতৰাই নিয়া হ'ল আন এখন ঠাইলৈ আৰু তাৰ নাম হ'ল আখেটাটেন।

এইবিলাক বেমেজালিত শাসন-কাৰ্য্যত আউল লাগিল আৰু দেশত বিদ্ৰোহৰ সৃষ্টি হ'ল। ইখ্‌নাটেনৰ মৃত্যুত তেওঁৰ উত্তৰাধিকাৰীৰ

বয়স মাথোন তেৰ। কোমলমতীয়া ৰজাক খিৰিজৰ পুৰোহিতসকলে হাত কৰি ললে আৰু তেওঁৰ নাম দিলে টুটাঙ্ক্ আমেন—অৰ্থাৎ 'আমেনৰ জীৱন্ত-মূৰ্ত্তি'। এই ৰজাজনৰ কবৰ হাৱাৰ্ড কাৰ্টাৰ নামে ইংৰাজ এজনে যেতিয়া ১৯২২ চনত পোনতে মুকলি কৰে, তেতিয়া আধুনিক বুৰঞ্জীবিদৰ কাৰণে মূল্যবান বহুতো সামগ্ৰী প্ৰকাশ পায়। পাত-সোণৰ ঢুচকীয়া ৰথ, বঢ়িয়াকৈ মিনাকৰা খাট, হাতীদাঁত খটোৱা ল'ৰাৰ চকী, আইনা আদি বস্তুৰে মিন্‌কৰা ৰজা-ৰাণীৰ ছবিৰে সোণৰ আসন এখন, বগা শিলৰ পাত্ৰ, নাও আকাৰৰ সৰু মন্দিৰ, জাকজমকীয়া পোছাক গোটা সোণ আৰু ৰূপৰ লাঠী, আৰু কিছুমান দেৱ-দেৱীৰ মূৰ্ত্তি কবৰৰ ভিতৰত পোৱা গৈছিল। ৰজাৰ শ (মামি) যিটো সোণৰ বাকচৰ ভিতৰত পোৱা গৈছিল সেইটোৰ ওজন আছিল চাৰে তিনিমোন।

১৩৫০ চনত হাৰ্মহাব নামে খ্যাতিমান সেনাপতি এজনে নিজে ফেৰো উপাধি লৈ ৰাজ্য চলাবলৈ ধৰে। এওঁৰ দিনত শাসনৰ অৱস্থা কিছু উন্নত হয়, আনহাতে ইখ্‌নাটেনে প্ৰৱৰ্ত্তন কৰা আটেন পূজাৰ সঁচ যি আছিল, তাক নিৰ্মূল কৰা হ'ল। ইয়াৰ ফলত আগৰ পুৰোহিতবিলাকৰ শক্তি আৰু ঐশ্বৰ্য্য আকৌ বাঢ়িল। এওঁলোকক তুষ্ট কৰোঁতে ৰাজভাণ্ডাৰ শূন্য হ'ল। ১২০০ চন মানত হেনো মন্দিৰৰ দেৱোত্তৰ সম্পত্তিৰ পৰিমাণ আছিল—ইজিপ্টৰ আবাদী মাটিৰ এক-সপ্তমাংশ, পাঁচলাখ গৰু-গাই, ১৬৯খন চহৰ, অসংখ্য কাৰিকৰী দোকান, এশমান জাহাজ আৰু একলাখৰ ওপৰ বন্দী।

হাৰ্মহাবৰ পিচত ৰজা হয় প্ৰথম ৰেমচিজ; তাৰ পিচত প্ৰথম চেতি (১৩১৩—১২৯২)। চেতিৰ উদ্যোগত ইজিপ্টৰ সামৰিক শক্তিৰ সন্মান পেলেষ্টাইন্, ফিনিচিয়া আৰু লিবিয়াত বৃদ্ধি পায়, কিন্তু চিৰিয়াৰ হিট্টাইট লোকসকলক (হাট্টি দেশৰ) এওঁ বলে নোৱাৰিলে। কৰ্ণাকৰ ১৩৪টা স্তম্ভৰ ওপৰত বিৰাট চালেৰে সজা বিখ্যাত মণ্ডপ বা

'হল' এওঁৰেই সম্পূৰ্ণ কৰে। এই হলটো মাত্ৰ অংশত ৭০ ফিট ওখ। স্তম্ভবিলাকৰ গাত যুদ্ধ আদিৰ আভাস দিয়া নানা চিত্ৰ দেখিবলৈ পোৱা যায়।

## (চ) ৰণ-বিগ্ৰহ

দ্বিতীয় ৰেমচিজক (১২৯২—১২২৫) 'মহান' আখ্যা দিয়া হৈছে। এওঁ হিট্টাইটসকলৰ সৈতে কুৰিবছৰ যুঁজে আৰু কেডেশ্ যুদ্ধত নিজে যথেষ্ট সাহ আৰু বীৰত্ব দেখুৱায়। সন্ধি স্থাপনৰ পিচত এই দীঘলীয়া ৰণৰ সামৰণি পৰে; এই সন্ধিয়েই বোলে প্ৰথম 'আন্তৰ্জাতিক' সন্ধি। সন্ধিৰ স্বৰ্ত্তবিলাক ৰূপৰ ফলি এছটাত লিখি থোৱা হৈছিল। সন্ধিৰ দুশাৰীমান কথা এনেধৰণৰ—"তেওঁ হ'ব মোৰ সহায়; তেওঁ হব মোৰ বন্ধু; মই হম তেওঁৰ সহায়; মই হম তেওঁৰ বন্ধু; 'সদায়······" দ্বিতীয় ৰেমচিজৰ সন্তানৰ সংখ্যাও কম নাছিল—জীয়েক আছিল পঞ্চাশ আৰু ল'ৰা এশ। এওঁ নিজৰ নাম আৰু খ্যাতি বহুতো স্তম্ভ, মূৰ্ত্তি আৰু মন্দিৰৰ দেৱালত যুগমীয়া কৰি ৰাখিছে।

ইজৰাইলবাসী ইহুদীসকলে কিন্তু এই আকৰ্ষণীয় চৰিত্ৰৰ ৰজাজনৰ বদনামহে কৰিছে। এওঁ হেনো ইটা-চুৰকিৰ কাম আৰু পাথৰৰ কামৰ বোজা দি ইহুদীসকলৰ জীৱন দুৰ্ব্বহ কৰি তুলিছিল। ৰজাৰ বুঢ়াকালত বহুতো বিদেশী ভগনীয়া আহি ইজিপ্টত বসতি কৰিবলৈ ধৰে। ইহুদী ভগনীয়াও দেশত আছিল। এওঁৰ পিচৰ ৰজা মেৰনেপ্টাই বিদেশীৰপৰা বহুতো আহুকাল পালেও মোজেজৰ নেতৃত্বত ইজিপ্ট ত্যাগ কৰিব খোজা ইহুদীসকলক যাব দিব নুখুজিছিল। এই ইজিপ্ট-ত্যাগী ইহুদীসকলেই যীশুখৃষ্টৰ উপৰিপুৰুষ।

মেৰনেপ্টাই উত্তৰ-পশ্চিমৰ লিবিয়ানসকলৰ আক্ৰমণ এটা ওফৰাই পঠিয়ায়, কিন্তু ইজিপ্টৰ শক্তি অনিয়মিত খৰচ আৰু ৰণ-বিগ্ৰহে টুটাই আনিলে। ৰজাবিলাকো দুৰ্ব্বল হ'ল। দেশৰ কেন্দ্ৰীয় শক্তি দুৰ্ব্বল

হ'লত ডাঙৰীয়াসকল মূৰ দাঙি উঠিল, গৃহ-কন্দল বাঢ়িল। তৃতীয় ৰেমচিজৰ ( ১১৯৮—১১৬৭ ) সময়ত অৱশ্যে ইজিপ্টে আকৌ অলপ উন্নতি কৰে। এওঁৱেই ৰণশক্তিসম্পন্ন শেহ ৰজা। এওঁ পূব-ভূমধ্য সাগৰ অঞ্চলৰ শত্ৰুৰ দল এটাক নীল নদৰ মোহনাত ফেৰ পাতি ধৰি পৰাজিত কৰে। এই যুদ্ধই বোলে পৃথিৱীৰ প্ৰথম নৌ-যুদ্ধ। সম-সাময়িক বৰ্ণনামতে যুদ্ধখন এই ধৰণৰ :—

> "সাগৰৰ মাজৰ দ্বীপৰপৰা অহা জাতিবিলাকে নিজৰ শক্তিৰ ওপৰত ভৰসা কৰি ইজিপ্ট অভিমুখে আগ বাঢ়িলে। ইহঁতক ধৰিবলৈ জাল সাজু ৰখা হ'ল। মোহনাৰ মুখেদি চোৰাংকৈ আগ বাঢ়ি আহোঁতে সিহঁত জালত 'মেৰ খালে। ওলাব-সোমাব নোৱাৰা হ'লত সিহঁতক বধ কৰা হ'ল আৰু সিহঁতৰ বয়বস্তু কাঢ়ি অনা হ'ল।"

এই বিজয়ৰ পাচত ইজিপ্টৰ সৈন্যই খৰখেদাকৈ চিৰিয়াৰ মাজেদি হিট্টাইটসকলৰ সীমান্তলৈ আগ বাঢ়িল আৰু আনফালেদি উৎপতীয়া লিবিয়ানসকলৰ ওপৰত 'শিলৰ পৰ্ব্বত বাগৰি পৰাদি পৰিল'।

তৃতীয় ৰেমচিজৰ শাসন এনে উত্তম আছিল যে মানুহে কৈছিল বোলে মাইকী মানুহ এজনী য'লৈকে যাব নোখোজক, তাইক কোনো নীচ মানুহে বাটত অপমান কৰিব নোৱাৰিছিল। ৰাজত্বৰ শেহ-ডোখৰ কালত এই ৰজাজনে 'ৰাইজে যাতে শীতল ছাঁত জিৰাব পাৰে', সেই উদ্দেশ্যে দেশৰ চৌপাশে গছ-বিৰিখ ৰুই সময় কটাইছিল।

## ( ছ ) ইজিপ্টৰ পৰাজয়

তৃতীয় ৰেমচিজৰ পিচৰ ৰজাবিলাক ইমান দুৰ্ব্বল হ'ল যে দেশৰ শাসন ৰজাৰ হাতৰপৰা পুৰোহিত পূজাৰীসকলৰ হাত পালেগৈ। দেশখন কেইবাখনো সৰু সৰু ৰাজ্যত বিভক্ত হ'ল আৰু ৬৭০ চনত এচিৰীয় ৰজা এছাৰহেডনে ইজিপ্টীয় শক্তিৰ কেন্দ্ৰ মেমফিছ আৰু

থিবিজ জয় কৰি লয়। ৫২৫ চনত পাৰস্যৰ সম্ৰাট কেম্বিছিজে ইজিপ্ট জয় কৰি দেশখন পাৰস্যৰ এখন প্ৰদেশ কৰে। পাৰস্যৰ সম্ৰাট দেৰিয়াছৰ কালত ইজিপ্তৰ আৰ্থিক অৱস্থা অলপ উন্নত হৈছিল।

ইজিপ্টবাসীয়ে গ্ৰীকসকলক "যৱন কুক্কুৰ" বুলি তাচ্ছিল্য কৰিলেও এওঁলোকে যেতিয়া আলেকজেণ্ডাৰৰ নেতৃত্বত পাৰস্য জয় কৰিলে তেতিয়া তেওঁলোকে তৃপ্তিয়ে পালে। আলেকজেণ্ডাৰৰ মৃত্যুৰ পিচত তেওঁৰ সেনাপতি টলেমি আৰু এওঁৰ উত্তৰাধিকাৰীসকলে (৩৩২-৩০) ইজিপ্ট শাসন কৰে। আলেকজেণ্ডাৰে আলেকজেন্দ্ৰিয়া বন্দৰ স্থাপন কৰে; এই চহৰত পিচলৈ এক পুথিভঁৰাল গঢ়ি উঠিছিল আৰু পুথিভঁৰালত পুথিৰ সংখ্যা আছিল পাঁচলাখ।

টলেমি বংশৰ ৰাণী ক্লিয়োপেট্ৰা সুন্দৰীৰ দিনত ৰোমৰ শক্তিয়ে ইজিপ্টত একাধিক খুন্দা মাৰেহি। ৰোমান সেনাপতি মাৰ্ক এণ্টনি আৰু ক্লিয়োপেট্ৰাৰ প্ৰেমৰ কাহিনী লৈ ইংৰাজ নাট্যকাৰ শ্বেক্‌ছপিয়াৰে অনুপম নাটক এখন ৰচিছিল। ক্লিয়োপেট্ৰাৰ পৰাজয়ৰ পিচত ইজিপ্ট (৩০) ৰোমান সাম্ৰাজ্যৰ প্ৰদেশত ৰূপান্তৰিত হয়। কেইবা শতিকাৰ পিচত, খ্ৰষ্টাব্দৰ সপ্তম শতিকাৰ মাজ ভাগত, ইজিপ্ট আৰবসকলৰ হাতলৈ আহে। বৰ্ত্তমান কালত ইজিপ্টত আৰবী লোকৰে শাসন চলিছে।

---

## (২) সাংস্কৃতিক জীৱন

### (ক) খেতি-পথাৰ

ইজিপ্টৰ দীঘলীয়া বুৰঞ্জীৰ থূলমূল আভাস এটি দিয়া গ'ল। এতিয়া এই দেশৰ সামাজিক আৰু সাংস্কৃতিক জীৱনলৈ চকু দিয়া যাওক।

গুৰিতে কৈ অহা হৈছে যে খেতিৰ জীৱনৰ লগে লগে সভ্যতাৰ পাতনি মেলা হয়। ইজিপ্ট দেশ আকাৰত ডাঙৰ যদিও নীল নদৰ দুই পাৰৰ ঠেক অঞ্চলতহে জন-বসতি আৰু খেতি-বাতিৰ প্ৰাদুৰ্ভাৱ দেখা যায়। এই অঞ্চল নীল নদৰ বছৰেকীয়া বানে পলসুৱা কৰি ৰাখিছে, কিন্তু এই অলপ পৰিমাণৰ ঠাইতে পানীৰ নলা আদিৰ সহায়ত খেতিয়কে যথেষ্ট শস্য উৎপাদন কৰিবলৈ সক্ষম হৈছিল। হিৰোডোটাছ আদি প্ৰাচীন গ্ৰীক লিখকে ইজিপ্টৰ খেতিৰ বিস্তৰ প্ৰশংসা কৰিছে। গম ( এমাৰ শ্ৰেণীৰ ), বাৰ্লি, মিলেট আদি আছিল ঘাই শস্য। খৃঃ পূঃ ৪০০০ চনমানৰপৰা শনৰ খেতিও কৰা হৈছিল। শনৰপৰা মাইকী মানুহে লিনেন ( কিছুমান পাটৰ দৰে মিহি ) কাপোৰ বই লৈছিল। বাৰ্লি সলাই মানুহে গৰু, ছাগলী, উট আদি কিনিছিল। পিতনিবোৰত পোৱা পেপিৰাছ ধাঁহৰ শাহখিনি উলিয়াই মানুহে কাগজ, ৰচি, চেণ্ডেল আৰু সৰু নাও সাজি লৈছিল। আমাৰ দেশৰ কছাৰী আদি লোকে ভাতৰপৰা লাউপানী উলিওৱা দৰে ইজিপ্টবাসীয়েও বাৰ্লিৰপৰা এবিধ লাউপানী বা বিয়াৰ উলিয়াই লৈছিল।

শাক-পাচলি, তৰমুজ, জলফাই আদিৰো খেতি হৈছিল আৰু এৰা গছৰ তেল ৰন্ধা-বঢ়াৰ কামত ব্যৱহাৰ হোৱাৰ উপৰিও মৰা শ 'মামি' কৰি ৰাখোঁতে ব্যৱহাৰ কৰিছিল। ফলৰ ভিতৰত আছিল ডিমৰু,

খেজুৰ, সুমথিৰা, এপ্রিকট, পিচফল, নেমু আৰু জৰাজাতীয় টেঙা, ডালিম আৰু মুনী। আঙ্গুৰৰপৰা তৈয়াৰ হৈছিল ৰঙা আৰু বগা দুবিধ সুৰা। কল পোৱা গৈছিল বাৰমাহে।

খৃঃ পূঃ ৪০০০ চনমানত জন্তু ঘৰচীয়া কৰি লোৱা হৈছিল। ঘৰচীয়া জন্তুৰ ভিতৰত ঘাই আছিল—গৰু, ভেৰা, ছাগলী আৰু গাহৰি। কুকুৰাও পোহা হৈছিল আৰু ইজিপ্টৰ লোকে কুকুৰাৰ কণি বুধি কৰি উমনি দিয়াব জানিছিল। এইখিনিতে সোঁৱৰাই থব পাৰি যে আদিম মানুহে প্রথমে কুকুৰহে ঘৰচীয়া কৰি লয়; কুকুৰতকৈ গৰু-গাই, ছাগলী আদিৰ আৱশ্যকতা খেতিয়কৰ জীৱনত সৰহ।

খেতিৰ কাম প্রথমতে চিপ্রাঙৰ আকাৰৰ কাঠৰ মাৰিৰে কৰা হৈছিল, পিচলৈ অৱশ্যে দুটা গৰুৰে টনা পাতল নাঙলৰ ব্যৱহাৰ চলিছিল।

হাল বোৱাৰ প্রণালী আছিল এনে—কাঠৰ ফালখন দকৈ সোমাই যাবৰ কাৰণে হালোৱাই নাঙলৰ মুৰত হেঁচা মাৰি ধৰে, গৰু দুটা আন এজনে খেদি লৈ যায়, তৃতীয় এজনে সিৰলুৰ ওপৰে ওপৰে গুটি সিঁচি যায়, আৰু এজাক ভেৰা আন এজনে সেই ঠাইৰ ওপৰেদি খেদি লৈ যায়, যাতে গুটিবিলাক মাটিৰ লগত পিত খাই পৰে।

শস্য পূৰঠ হলে কাঁচিৰে মতা মানুহে কাটি আনে। মানুহ-বিলাক শাৰী হৈ আগ বাঢ়ে আৰু গীত গাই গাই যায়। বাঁহী বজোৱা মানুহো এজন থাকে। শস্য চপোৱা গীতৰ চানেকি—

এই বঢ়িয়া দিনত পলাই আহা সবে,
উত্তৰৰ বতাহ বলিব লাগিছে,
ওপৰত মন জুৰ কৰা আকাশ,
পাৰোঁ মানে কাম কৰোঁ আহা সবে।

খেতিৰ সঁজুলি চিপ্রাং, নাঙলৰ ফাল, কাঁচি আদি প্রথমে টান শিলৰ ছটা বা কাঠেৰে সজা হৈছিল। পিচত তামৰ ব্যৱহাৰ সোমাল।

সাধাৰণ কামত লোৰ ব্যৱহাৰ অষ্টম শতিকামানৰপৰাহে দেখিবলৈ পোৱা যায়। নিচেই আদিকালত তাম আৰু ( অলঙ্কাৰৰ কাৰণে ) সোণৰ ব্যৱহাৰ চলাৰ কাৰণ এইযে যে এই দুই ধাতু স্বাভাৱিক অৱস্থাত খনিত পায আৰু হাতুৰীৰে কোবাই তাৰপৰা বস্তু সাজি ল'ব পাৰি।

ডাঙৰ ডাঙৰ পামবোৰত শস্যৰ হিচাব কাকতিয়ে লিখি ৰাখিছিল। এওঁলোকে লেধা বনুৱাক লাঠীৰে কোবাই শাস্তি দিছিল, আৰু তজবজীয়া বনুৱাক ফটিকা যাচি উদ্‌গনি যোগাইছিল। মৰণা মৰা হৈছিল মুকলি চোতালত। চুটিকৈ কাটি অনা শীহবিলাক গৰু বা গাধৰে গছকাই মৰণা মাৰিছিল। পতান গুচাইছিল কুলাৰে বিচি। গম, বাৰ্লি আদি গুৰি কৰা হৈছিল পটা আৰু যাঁতত পিহি।

খেতি-বাতি সম্বন্ধে এই ধৰণৰ বহুতো কথা জানিব পাৰি চহকী লোকৰ কবৰৰ দেৱালত থকা চিত্ৰবিলাকৰপৰা।

## ( খ ) শিল্প-কাৰ্য্য

নীল উপত্যকাৰ কলীয়া পলসত খেতি-বাতি কৰি খোৱা চহা লোকেই ৰজাসকলৰ প্ৰেৰণাত আৰু শিল্পীৰ নিৰ্দ্দেশত পিৰামিড আদি বৃহৎ বৃহৎ শিলৰ ঘৰ তৈযাৰ কৰিছিল। প্ৰথমডোখৰত টান শিলেৰে খুন্দিযাই খুন্দিযাই কোমল শিলৰ গঢ় দিযা হৈছিল। শিল খান্দি উলিওৱা হৈছিল কাঠৰ খুটিৰে। ডাঙৰ শিলৰ ওপৰত খুন্দিযাই খুন্দিযাই তাৰ পৰা দীঘল ছটা শিলৰ টুকুৰাও এৰুৱা হৈছিল। এইদৰে এৰুৱাই অনা চিন এতিযাও কিছুমান ঠাইত দেখিবলৈ পোৱা যায। এডোখৰ গধুৰ শিল অলৈ তলৈ টানি নিওঁতে অলেখ বন্দী খটোৱা হৈছিল। কেতিযাবা ভৰপানীৰ সমযত ডাঙৰ ডাঙৰ কাঠৰ ভেলত শিল তুলি এঠাইৰপৰা আন ঠাইলৈ নিযা হৈছিল। দেশখনত মাৰ্ব্বলৰ দৰে বগা, গোলাপী ৰঙৰ নাইবা ক'লা বৰণৰ শিল পোৱা গৈছিল।

পিচলৈ. কাঠৰ সাঁচত বোকা মাৰি ইটাও তৈয়াৰ কৰিছিল। ইটাবিলাক যাতে নাফাটে তাৰ কাৰণে বোকাত কুটা খেৰ আৰু বালি আদি মিহলি কৰা হৈছিল।

এই শিল আৰু ইটাৰে ইজিপ্টৰ শিল্পীয়ে মৃতকৰ কাৰণে সোঁৱৰণী-গৃহ বা সমাধি, দেৱতাৰ কাৰণে মন্দিৰ, ৰজাৰ কাৰণে প্ৰাসাদ, উল্লেখ-যোগ্য ঘটনা লিপিবদ্ধ কৰি ৰাখিবলৈ চাৰিশিৰীয়া শিলৰ স্তম্ভ বা অবেলিস্ক আদি সাজিছিল। সকলোবিলাক সজা হৈছিল যুগমীয়াকৈ, যাতে সি হাজাৰ হাজাৰ বছৰ বৰ্ত্তি থাকে। মৰুভূমিৰ বালিৰ ধুমুহা, নীলৰ বান, ইজিপ্টৰ আকাশৰ চোকা ৰ'দ—একোৱে যাতে এই গৃহ-বিলাকৰ অনিষ্ট সাধিব নোৱাৰে তালৈ লক্ষ্য ৰাখিছিল।

এতিয়াও ইজিপ্টৰ অ'ত ত'ত অন্ততঃ পাঁচহাজাৰ বছৰ পুৰণি গৃহ, স্তম্ভ আদি বহুতো আছে। এওঁলোকৰ বাস্তুবিদ্যা আৰু ভাস্কৰ্য্যই প্ৰমাণ কৰে যে—

(ক) গৃহৰ বিভিন্ন অংশৰ জোখ এওঁলোকে জানিছিল; এওঁ-লোকে 'আৰ্চ' বা ধেনুভিৰীয়া গাঁথনি সাজিব জানিছিল, আৰু খুটা আৰু স্তম্ভ কি হিচাবে ক'ত লগালে চকুত লগা হয় সেই কথা বুজি পাইছিল।

(খ) শ শ মোণ গধুৰ গ্ৰেনাইট শিল কাটি পালিচ কৰি বহু ওপৰলৈ তুলি ল'বৰ উপায় তেওঁলোকৰ জনা আছিল।

(গ) দেৱালবিলাক অপূৰ্ব্ব চিত্ৰেৰে সজাব জানিছিল।

(ঘ) গণিত বিদ্যাত এওঁলোকে কিছু পাৰ্গতালি লাভ কৰিছিল; এওঁলোকৰপৰাই গ্ৰীকবিলাকে জ্যামিতি বিদ্যা লাভ কৰে।

পুৰণি ভাস্কৰ্য্যৰ যিবিলাক চানেকি এতিয়াও দেখিবলৈ পোৱা যায়, তাৰ আটাইতকৈ উল্লেখযোগ্য হ'ল এইকেইটা—বৰ্ত্তমান কাইৰোৰ ওচৰৰ গিজাত দেখিবলৈ পোৱা বৃহৎ পিৰামিড, বৃহৎ-স্ফিংছ্ আৰু কৰ্ণাকৰ মন্দিৰ।

বৃহৎ-পিৰামিড সজা হৈছিল ২৫০০ চন মানত, ৰজা কূফূৰ 'মস্তাবা' বা সোঁৱৰণী-গৃহ হিচাবে। চল্লিশ বিঘা মাটিৰ ওপৰত বৰ্গাকৃতিৰ ভেটি, প্ৰাচীৰৰ একোফাল ৭৫৫ ফুট দীঘল, ওপৰলৈ জোঙা হৈ গৈছে আৰু টিংটো ৪৮১ ফুট ওখ। শিল হেনো লাগিছিল ২,৩০০,০০০ টুকুৰা আৰু একোটুকুৰাৰ ওজন আছিল ৬৮ মোণ! এইয়ে এই পিৰামিডৰ আকাৰ। গ্ৰীক ঐতিহাসিক হিৰোডোটাছৰ সিদ্ধান্তমতে পিৰামিডৰ ঢাপলৈ শিল গাঁথি নিবলৈ যিটো ওখ বাট লগা হৈছিল সেইটো আৰু ভিতৰৰ মাটিৰ তলৰ কোঠালিবোৰ সাজোঁতে দহবছৰ লাগিছিল, আৰু গোটেইটো সাজি উলিয়াবলৈ লাগিছিল কুৰিবছৰ। এক লাখ মানুহে তিনিমাহ তিনিমাহকৈ পাল পাতি কাম কৰিছিল। কিন্তু বানপানীৰ সময়ত সকলোৰে একেলগে খাটিব লগা হৈছিল।

পিৰামিডত সোমোৱা বাট উত্তৰফালেদি। ভিতৰত ৰজা আৰু ৰাণীৰ 'মামি' প্ৰোথিত কৰি ৰখা খোটালি। পিৰামিডৰ অলপ আঁতৰত আছে নানান সাধুকথাৰে জড়িত হৈ থকা সিংহৰ গাৰে দৰীয়া এক মানুহৰ মূৰ্ত্তি। এই স্ফিংছৰ আটাইতকৈ ওখ অংশ ৭৫ ফুট, ইয়াৰ দীঘ ১৮৯ ফুট। ইয়াক মূলত এক ৰজাৰ প্ৰতিকৃতি-হিচাবে সজা হৈছিল বুলি কোনো কোনোৱে মন্তব্য কৰে, আৰু এই কথা সঁচা হলে সিংহৰ শৰীৰে ৰজাজনৰ বীৰত্বকে সূচায়। কোনোৰ মতে ই এক দেৱতাৰ মূৰ্ত্তি। ৰ'দ-বতাহত অৱশ্যে এতিয়া স্ফিংছৰ কিছু অংশ ক্ষয় গৈছে।

কৰ্ণাকত সজা মন্দিৰৰ লগত থকা মণ্ডপ-ঘৰৰ কথা ওপৰত উল্লেখ কৰি আহিছোঁ। এই বিৰাট হ'লৰ সমুখভাগ ৩৭০ ফুট বহল, ইয়াৰ কালি ৪২০,০০০ বৰ্গফুট। চালখন ছটীয়া শিলেৰে সজা আৰু ইয়াত চৌধশাৰী ওখ ওখ স্তম্ভ আছে। এনে জাকজমকীয়া বৃহৎ হল পৃথিৱীৰ আৰু ক'তো সজা হোৱা নাই।

ইজিপ্টৰ ডাঙৰীয়াসকলৰ ঘৰবিলাক ইটা আৰু কাঠেৰে আহল-বহলকৈ সজোৱা হৈছিল। টোলৰ চৌপাশে আছিল পকা দেৱাল; ভিতৰলৈ সোমোৱা একেখন দুৱাৰ। ভিতৰত ফুলনি, চোতাল, আহল-বহল ঘৰ, মতা আৰু মাইকীৰ কাৰণে বেলেগ বেলেগ অংশত সুকীয়া সুকীয়া খোটালী, মতা মানুহ থকা অংশৰ ফালে ৰান্ধনি ঘৰ। দুখীয়া মানুহ ইমান আৰামত থাকিবলৈ নেপাইছিল যদিও পকা ঘৰৰ ব্যৱহাৰ এওঁলোকৰ মাজতো আছিল। এইখিনিতে উল্লেখ কৰিব লাগে যে প্ৰকাণ্ড গৃহত বাস কৰা কাৰণে ৰজাক ৰাইজে পে-ৰো বা বৃহৎ-গৃহবাসী আখ্যা দিছিল। এই পে-ৰো শব্দৰ আধুনিক ৰূপ ফেয়াৰো বা ফে-ৰো। ডা-ডাঙৰীয়াসকলে কাঠৰ বঢ়িয়া বঢ়িয়া চকী, খাট, মেজ, বাকচ আদি সজাই লৈছিল।

## (গ) সৎকাৰ প্ৰথা আৰু ধৰ্ম্মবিশ্বাস

পিৰামিড আৰু আন সোৰঁৰণী-গৃহ যুগমীয়াকৈ সজা হৈছিল এক ধৰ্ম্ম-বিশ্বাসৰ প্ৰেৰণাত।

ইজিপ্টবাসীয়ে ধৰি লৈছিল যে 'বা' বা আত্মাই কিছু বছৰৰ পিচত আকৌ শৰীৰলৈ উভতি আহিব। সেই কাৰণে কোনোবাই যদি পুনৰ জীৱন লাভ কৰি দেৱতাসকলৰ লগত বাস কৰিবৰ মন কৰে, তেনেহলে তেওঁৰ মৰা শ সংৰক্ষণ কৰিবৰ ব্যৱস্থা লবই লাগিব। তেল-তুল ঘঁহি, কাপোৰেৰে মেৰিয়াই, কাঠ আৰু শিলৰ বাকচত নষ্ট নোহোৱাকৈ ৰখা শকে মামি বোলে। এনে মামি এতিয়া লণ্ডন নাইবা পেৰিছৰ মিউজিয়ামতো দেখিবলৈ পোৱা যায়। টুটাঙ্ক্‌আমেনৰ মামিত ১৬ তৰপ মিহি লিনেন কাপোৰ পোৱা গৈছিল। ভিতৰৰ কাপোৰত দেৱদেৱীৰ মুৰ্ত্তি আৰু প্ৰাৰ্থনা আদিও পোৱা যায়। মামি কৰোঁতে শটোৰপৰা মগজ আৰু নাড়ীভুৰি উলিযাই পেলোৱা হয়। মামিৰ বুকুত বহুত সময়ত এবিধ গুবৰুৱাৰ আকৃতিৰ নীলা বা সেউজীয়া

শিলৰ পোক দেখিবলৈ পোৱা যায়। এই শিলৰ পোক আছিল সূৰ্য্যদেৱৰ প্ৰতীক, ই হেনো মৰা মানুহক জীৱদান কৰিব পাৰিছিল। ই একপ্ৰকাৰৰ তাবিজ। এনে তাবিজ গ্ৰীকসকলেও ব্যৱহাৰ কৰিছিল।

ধন খৰচ কৰি মামি কৰাৰ সামৰ্থ্য অৱশ্যে দুখীয়া মানুহৰ নাছিল। আনহাতে পুৰোহিতসকলে মেকুৰী, ঘৰিয়াল আদিকো দেৱতা জ্ঞান কৰি মামি কৰাই লৈছিল। এই জন্তু-দেৱতাবিলাক অতি পুৰণি, ইজিপ্টবাসীবিলাকে যি যুগত জনজাতীয় লোকৰ দৰে সৰু সৰু খেলত বিভক্ত হৈ বাস কৰিছিল সেই যুগৰ। এইবিলাকৰ উপৰি সূৰ্য্যদেৱৰ পূজা হৈছিল বুলি আগেয়ে উল্লেখ কৰি আহিছোঁ। পৃথিবী আৰু নীলনদক দেৱতা বুলি ভাবিছিল। মানুহ আকৃতিৰ দেৱতাৰ মূৰ্ত্তিৰ আৰ্হি মেচোপটেমিয়াৰ এছিৰীয় লোকৰ সংস্পৰ্শত ইজিপ্টবাসীয়ে লাভ কৰা বুলি পণ্ডিতসকলে কয়। এচিয়াৰ প্ৰভাবতে ওচিৰিছ নামে দেৱতা এজনৰ প্ৰাধান্য বাঢ়িছিল। ইজিপ্ট আৰু এছিৰিয়াৰ লোকৰ মাজত সাংস্কৃতিক আদান-প্ৰদান খৃঃ পূঃ চাৰিহেজাৰ বছৰৰ আগেয়ে আৰম্ভ হৈছিল। ইজিপ্টে গমৰ সঁচ এচিয়া মাইনৰৰ পৰাই পাইছিল।

ইজিপ্টবাসীৰ আত্মাৰ অমৰত্বত যি বিশ্বাস আছিল সি এই ওচিৰিছৰ পূজাতে জীপ লৈছিল। ওচিৰিছ-পূজাৰ প্ৰভাৱতে মৰাশ মামি কৰি থোৱা প্ৰথা গঢ়ি উঠিছিল। ওচিৰিছৰ আখ্যান এই-ধৰণৰ—

> আকাশৰ দেৱী নুট আৰু পৃথিৱীৰ দেৱতা গেবৰ প্ৰথম সন্তান ওচিৰিছ। ওচিৰিছে ভনীয়েক আইচিছক বিয়া কৰায়। ওচিৰিছৰ ভায়েক চেথে বুধি কৰি ককায়েকক বাকচ এটাত ভৰাই নৈত উটুৱাই দিয়ে। শোকত উদ্বাউল হৈ আইচিছে গিৰিয়েকৰ শ বিচাৰি ফুৰিলে আৰু শেষত পাই লুকুৱাই থলে।

কিন্তু শটো চকুত পৰাত চেথে তাক কাটি টুকৰাটুকুৰ কৰি চৌপাশে দলিয়াই দিলে।

আইচিছে টুকুৰাবোৰ বিচাৰি আনি সেইবোৰ পুতি থলে। ওচিৰিছ জীলে কিন্তু তেওঁ মৃত্যুলোক বা পাতাললৈ গ'ল আৰু তাত মৃত লোকৰ আত্মাৰ ওপৰত বিচাৰক হৈ থাকিল। যিসকলে ওচিৰিছিৰ ওপৰত আস্থা দেখুৱাই মৰে, সেইসকলে অমৰত্ব আৰু চিৰযৌৱনৰ আশ্বাস লৈ কবৰলৈ যায়। এইখিনিতে কৈ থব পাৰি যে ওচিৰৰ্ছিৰ পুত্ৰ হোৰাছে দদায়েক চেথক পৰাজিত কৰে। (ইজিপ্টৰ ফেৰোসকলক হোৰাছৰ জীৱন্ত প্ৰতিমূৰ্ত্তি বুলি গণ্য কৰা হৈছিল)।

এই আখ্যানটো এটি ৰূপক। ওচিৰিছ হেনো পোহৰ আৰু সতৰ প্ৰতীক, সেইদৰে চেথ আন্ধাৰ আৰু অসতৰ প্ৰতীক।

ইজিপ্টৰ ৰাজহুৱা আৰু চৰকাৰী সকলো ক্ষেত্ৰতে ধৰ্ম্মৰ প্ৰভাৱ অটুট আছিল, ধৰ্ম্মইহে সকলো কাৰ্য্য নিয়ন্ত্ৰণ কৰিছিল। ধৰ্ম্মৰ নামত চলা পূজা-উৎসৱ আদি চলাইছিল পুৰোহিতসকলে। এওঁলোকৰ সম্মান ৰজাৰ পিচতে; কিয়নো ৰজাক দেৱতাহিচাবে গণ্য কৰা হৈছিল। আচাৰ-ব্যৱহাৰ, পোছাক-পৰিচ্ছদত এওঁলোক অতি সতৰ্ক-ভাৱে চলিছিল। দিনে চাৰিবাৰ গা ধুইছিল, শৰীৰৰ নোম তিনিদিনে তিনিদিনে খুৰাই পেলাইছিল। পূজাৰ নৈবেদ্যৰ ভাগ সামান্যহে খাইছিল।

শিক্ষা-দীক্ষাত এওঁলোকেই আছিল আগ বঢ়া। পঢ়াশালী, পুথি-ভঁৰাল এওঁলোকে চলাইছিল, আৰু কবি, কবিৰাজ, উকীল, ৰাজনীতিজ্ঞ, লিপিকাৰ, কেৰাণী আদি এওঁলোকৰপৰাই ওলাইছিল।

ধূনা জ্বলাই ভজন গাই ৰাতিপুৱা এওঁলোকে দেৱ-দেৱীক জগাই দিছিল। ফুল, সুৰা, পিঁয়াজ আদি বস্তু উছৰ্গা কৰি নাইবা নিঘূণীয়া ডমৰা এটা বলি দিয়াৰ পিচত মূৰ্ত্তিটো মন্দিৰৰ মাজলৈ উলিয়াই অনা

হৈছিল। এই ঠাইত পুৰোহিতসকলে সেৱকৰ ওজৰ-আপত্তি শুনিছিল নাইবা দান-দক্ষিণা গ্ৰহণ কৰিছিল। আবেলি দেৱতাক তেওঁক ৰথা নিভৃত স্থানলৈ নিয়া হৈছিল। ৰাতিৰ পূজাৰ সময়ত সেইদৰে আকৌ তেওঁক উলিযাই অনা হৈছিল। সূৰ্য্যদেৱক প্ৰাৰ্থনা জনোৱা নাম বা ভজন এটি এইধৰণৰ—

> অপূৰ্ব্ব তোমাৰ উত্থান, হে জীবন্ত সূৰ্য্য, তোমাৰ ৰিজনিত আৰু কোনো নাই। তোমাৰ ৰশ্মিয়ে আমাৰ চকুত জেউতি দিয়া, তুমিয়ে সৃষ্টি কৰা সকলো সংসাৰ। দিগন্তত তুমি দেখা দিয়া প্ৰাণ দিবলৈ তোমাৰ সৃষ্টিক—মানুহ, জন্তু, যি উৰে, যি কঁপে, যি বগাই যায—পৃথিৱীৰ সকলোকে। তোমাক দেখিলেই এইবিলাক জীয়ে, তুমি অস্ত গ'লে এইবিলাক শোৱে।

এইখিনিতে উল্লেখ কৰা যুগুত যে ওচিৰিছে যেনেকৈ ভনীযেকক বিযা কৰায, সেইদৰে ইজিপ্টৰ ৰজাইযো ভনী বা বাইক বিযা কৰাইছিল। সমযত ওচিৰিছতকৈযো ঘৈণীযেক আইচিছৰ প্ৰাধান্য ৰাইজৰ মাজত বৃদ্ধি পাইছিল। আইচিছ আছিল স্বৰ্গৰ ৰাণী আৰু আই বসুমতী। ঠিক সেইদৰেই ৰাণীৰ প্ৰাধান্যও ইজিপ্টত কম আছিল। ডাঙৰ কথা, ৰাজ্যখন আছিল কন্যাৰ সম্পত্তি, সেই কাৰণে যি সেই কন্যা বিযা কৰাইছিল তেৱেঁ ফেৰো হব পাৰিছিল। পৰিযালৰ ভিতৰতে সম্পত্তি ৰাখিবৰ উদ্দেশ্যে আন বহুতো মানুহে এইদৰে ভনী বা বাইক বিযা কৰোৱা নিযম পালন কৰিছিল।

## (ঘ) লিখা-পঢ়াৰ চৰ্চ্চা

এচিযা মাইনৰৰ চুমেৰিযাতে প্ৰথম লিখা পদ্ধতিৰ উদ্ভাৱন হ'ল নে ইজিপ্টতে হ'ল কবনৈ টান। দুযো ঠাইতে কিন্তু খৃঃ পূঃ ৩৫০০।৩৬০০ মানত লিখিত কথা পোৱা যায। এই কথা প্ৰথমতে আছিল চিত্ৰবোধক চিন কিছুমান। ইজিপ্টৰ লিপি বা আখৰ তিনি

শ্ৰেণীৰ, কিন্তু সেই তিনি শ্ৰেণীৰ ভিতৰত কবৰ, সোঁৱৰণী-গৃহ আদিৰ দেৱালত দেখিবলৈ পোৱা চিত্ৰবোধক 'হাইযাৰোগ্লিফ' বা 'পবিত্ৰ খোদিত লিপি'ৰে খ্যাতি সৰহ।

এই লিপি সাধাৰণতে সোঁ হাতৰপৰা বাওঁহাতলৈ খোদিত বা কটা হৈছিল আৰু ই আছিল এনেধৰণৰ—হাতত লাখুটি লৈ থকা কুঁজা মানুহৰ ছবিয়ে বুজাইছিল বৃদ্ধ বয়স; লাখুটি লোৱা পোন মানুহৰ ছবিয়ে বুজাইছিল চৰকাৰী বিষয়া। ভাববাচক কথা—যেনে জাতি বা জন বুজাবলৈ হলে এহাল মতা আৰু মাইকী মানুহৰ ছবি আঁকা হৈছিল। এনে চিনৰ সংখ্যা বাস্তবিকতে আছিল বহুতো; পিচলৈ এই লিপিৰ পৰাই ভাববাচক চিন আৰু ধ্বনিবাচক চিনৰ উদ্ভৱ হ'ল। শেষত যি বৰ্ণমালা ওলাল তাত ৰ'লগৈ চৌব্বিশটা ব্যঞ্জন বৰ্ণ। এই বৰ্ণমালাত সুকীয়া স্বৰবৰ্ণৰ চিন নাছিল। কিন্তু পুৰণি ইজিপ্টৰ লোকে দৰ্কাৰ বুজি যি স্বৰ হব লাগে সেই স্বৰ ব্যঞ্জন বৰ্ণৰ লগত উচ্চাৰণ কৰি লৈছিল। কথাটো ব্যাখ্যা কৰিলে এনে হয় যেনিবা, মন্ এই দুই ব্যঞ্জন বৰ্ণেৰে এটি শব্দ। এতিয়া স্বৰ লগালে ইয়াৰ উচ্চাৰণ মানী, মণি, মানে—এনে যি কোনো এটা হব পাৰে। এই বৰ্ণমালাকে ফিনিচিয়ানসকলে উন্নত কৰি পিচত ইউৰোপ আৰু ভাৰতক (ব্ৰাহ্মী) দান কৰে। পুৰণি লিপিত স্বৰ সমূলি নথকা কাৰণেই নামবোৰ আধুনিক ধৰণে লিখিবৰ সময়ত প্ৰকৃততে কি উচ্চাৰণ হ'ব লাগে সেইকথা নিৰ্ণয় কৰা টান হৈছে। অৰ্থাৎ আমেন বা নে আমন-ৰে, কোনটো হ'ব ?

এই চিত্ৰবোধক লিপি বটালিৰে শিলত খোদাই কৰা হৈছিল আৰু তাত লিপিকাৰে নীলা, হালধীয়া, সেউজীয়া আৰু ৰঙা ৰং ঢালি দিছিল।

পাঁচোটা পিৰামিডৰ গাত এইদৰে ৰংচঙীয়াকৈ খোদাই কৰা আখৰৰপৰা পুৰণি ইজিপ্টৰ ইতিহাস আৰু ধৰ্ম্মৰ বহুতো কথাৰ সম্ভেদ পাব পাৰি। পেপিৰাছ কাগজত লিখা ৰচনাত সাহিত্যৰ

সমলো যথেষ্ট পায়। গ্ৰীক সাহিত্যৰ সমলো পিচৰ যুগত এই পেপিৰাছত পোৱা গৈছিল। পেপিৰাছ কাগজ ইজিপ্টে ৰপ্তানীও কৰিছিল।

পেপিৰাছ 'ঘাঁহ' ওখই তেৰ চৌধ ফুট, পথালিয়ে ছয় ইঞ্চি। ইয়াৰ শাহ উলিয়াই দীঘলীয়াকৈ চকলিউৱা হয়, চকালিওৱা পাতবোৰ তৰপ তৰপকৈ জাপি তাৰ ওপৰত আঠা ঢালি হেঁচা দি শুকুওৱা হয়। এনেকৈ তৈয়াৰ কৰা কাগজ পুতলে ছয়ৰপৰা পোন্ধৰ ইঞ্চিলৈ আৰু দীঘলে কেইইঞ্চিমানৰপৰা দেৰশ ফুটলৈকে পোৱা যায়। লিপিকাৰে খাগৰিৰ মূৰ এটা থেতেলিয়াই তুলিকা কৰি তাৰে লিখে। এলাণ্ডু আৰু আঠা মিহলাই কৰা ক'লা চিঞাহিৰ উপৰিও ৰঙা চিঞাহি ব্যৱহাৰ কৰা হৈছিল। ৰংবোৰ লোৱা হৈছিল কাঠ, হাতীদাঁত নাইবা শিলৰ ফলিত। লিপিকাৰ বা কাকতিৰ সন্মান অতি বেছি আছিল। ৰাজকীয় লিপিকাৰ আছিল এজন ডাঙৰ বিষয়া। লিপিকাৰে ছাত্ৰক শিকনি দিছিল এইদৰে, "বোপা, লিপিকাৰ হবলৈ শিকা, তেতিয়া হলে বনুৱা হজুৱা হ'ব নালাগে, কাম কৰিব নালাগে।" আকৌ "বোপা, লিপিকাৰ হবলৈ মনপুতি লাগা, তেতিয়াহলে গোটেই সংসাৰখন চলাই লৈ ফুৰিব পাৰিবা।"

পুৰণি ইজিপ্টৰ ৰচনাত এছিৰীয আৰু বেবিলনীয লোকৰ দৰে অৰ্থনৈতিক সমল নাইবা আইনৰ কথা সৰহ পোৱা নহয, কিন্তু ধৰ্ম্ম-সমন্ধীয় কথা, বাস্তৱ কাহিনী, অলৌকিক ঘটনা থকা সাধু আৰু গীতি-কবিতা আদি যথেষ্ট লক্ষ্য কৰা যায়। ওপৰত ঠাই বুজি কৰা উদ্ধৃতিবোৰত এওঁলোকৰ ৰচনাৰ অভাস কিছু পোৱা যাব।

ইজিপ্ট দেশত লিখাৰ চৰ্চ্চা ভালকৈযে হৈছিল আৰু লিখকে বিশুদ্ধ সাহিত্যৰ আলঙ্কাৰিক ভাষাতো দক্ষতা দেখুৱাব পাৰিছিল। ধৰ্ম্মৰ গোন্ধ নথকা অকল আমোদ দিবলৈকেও তেওঁলোকে নাটকীয ৰচনা আৰু গল্প ৰচিবলৈ সমৰ্থ হৈছিল। অডিছি আৰু ৰবিনচন ক্ৰুছো আদি

বিখ্যাত ৰ্কিতাপেত জাহাজ ভাগি নাইবা বাট হেৰুৱাই নাবিকৰ যি দুৰ্দ্দশা হয়, তাৰ মনোমোহা বৰ্ণনা আছে ; এনে বৰ্ণনাৰ আহি পুৰণি ইজিপ্টৰ ৰচনাতে পোৱা যায়। 'চিনুহেৰ কাহিনী' নামৰ ৰচনাত ৰাজনৈতিক আৰু দুঃসাহিক ঘটনাৰ বাস্তৱভঙ্গীৰ বৰ্ণনা পায়। নুবিয়া আক্ৰমণ কৰিবলৈ ওলাই ডাঙৰীয়া চিনুহে সংবাদ পালে যে বুঢ়া ফেৰো প্ৰথম আমেনেম্‌হেটৰ মৃত্যু হ'ল। বিশেষ কাৰণত ৰাজধানীলৈ উভতিবলৈ ভয় কৰি তেওঁ চিৰিয়ালৈ পলাল। ইজিপ্ট আৰু চিৰিয়াৰ সীমান্ত পাৰ হোৱা ঘটনা এওঁ মনোমোহাকৈ বৰ্ণনা কৰিছে।

> চিৰিয়ানসকলক দমাই আৰু মৰুভূমিৰ বেদুইনবিলাকক বশ কৰি ৰাখিবৰ উদ্দেশ্যে সজোৱা গড়ত উপস্থিত হলোঁ। ৰখীয়া চিপাহীয়ে দেখে বুলি মই জোপোহা কেতবিলাকৰ আঁৰত লুকালোঁ।... পিয়াহত অণ্ঠকণ্ঠ শুকাই গ'ল। পিয়াহত আঁত শুকাই গ'ল, ডিঙি পুৰিবলৈ ধৰিলে, মোৰ মুখবপৰা ওলাল— এইয়ে মৃত্যুৰ সোৱাদ। তথাপি মন ডাঠ কৰিলোঁ, কঁকালত টঙালি আঁতি ললোঁ। এনেতে শুনিলোঁ গৰুৰ হেম্বেলনি আৰু দেখিবলৈ পালোঁ চিৰিয়াৰ লোক।

এই খ্যাতিমান যোদ্ধাজনক চিৰিয়াবাসীয়ে আদৰি ললে। নতুন দেশত এওঁ বিয়া কৰালে আৰু বিবিধ ৰণত যোগদান কৰি সন্মান আৰ্জ্জিলে। কিন্তু তেওঁৰ মনত সদায় স্বদেশৰ প্ৰতি ধাউতি। শেহত নতুন ফেৰোৱে চিনুহেৰ দুখ-দুৰ্গতিৰ কথা জানিব পাৰি তেওঁক মাতি পঠিয়ালে। সেনাপতিজনক চৰকাৰী বাব এটা দিয়া হ'ল। তেওঁৰ শেহৰ দিনবিলাক সুখ শান্তিতে পাৰ হ'ল।

## (৬) ইজিপ্টৰ বিচিত্ৰ সভ্যতা

পুৰণি ইজিপ্টৰ লিপিৰ পাঠ উদ্ধাৰ কৰিব পৰা নগলে এই বিচিত্ৰ সভ্যতাসম্পৰ্কে আমাৰ জ্ঞান তেনেই তাকৰ হৈ থাকিল

হৈছেন। ঘোৰা শতিকাৰ আদিভাগত যেতিয়া নেপোলিয়নে ইজিপ্টত অভিযান চলায় তেতিয়া এক ফৰাছী ডেকাই নীল নদৰ মোহনাৰ কাষত পৰি থকা শিল এছটাত দেখিবলৈ পোৱা আখৰ কিছুমান লক্ষ্য কৰে। শিলছটাত দুই প্ৰকাৰৰ ইজিপ্টীয় লিপি আৰু গ্ৰীক লিপি খোদিত কৰা আছিল। গ্ৰীক কথাৰ লগত ইজিপ্টীয় কথাখিনি মিলোৱাত ইজিপ্টীয় লিপিৰ গুপুত ৰহস্যৰ সংকেত পোৱা গ'ল। ইয়াৰ পৰাই সূচনা হ'ল 'ইজিপ্টোলজি' নামে নতুন এক আলোচনাৰ।

পুৰণি লিপি, দেৱালৰ গাত আঁকা ছবি, মূৰ্ত্তি, পাত্ৰ আৰু গৃহ আদিৰপৰা এই জাতিৰ সামাজিক জীৱন সম্বন্ধে তথ্য উদ্ধাৰ কৰা হৈছে। এওঁলোকৰ চিন্তা যে সেই যুগতে যথেষ্ট পুৰঠ হৈছিল তাত কোনো সন্দেহ নাই। কিছুমান বিষয়ত আমি এই যুগত যি দৰে চিন্তা কৰোঁ তেওঁলোকে খৃঃ পূঃ আঢ়ৈহেজাৰ বছৰৰ আগেয়ে সেইদৰেই চিন্তা কৰিছিল। এক মন্ত্ৰীয়ে তেওঁৰ অভিজ্ঞতা লিপিবদ্ধ কৰিছে এইদৰে—

> তোমাৰ জ্ঞান হৈছে এইবুলি অহংকাৰ নকৰিবা, তুমি যে পণ্ডিত হৈছা এই বুলি ফিটাহি নামাৰিবা। পণ্ডিতৰপৰা যেনেকৈ দিহা লোৱা, সেইদৰে মূৰ্খৰপৰাও দিহা লবা, কিয়নো কলাবিদ্যাৰ সীমা ঢুকি পাব নোৱাৰি আৰু কোনো শিল্পীয়ে সম্পূৰ্ণ সফলতা লাভ কৰিব নোৱাৰে। মূল্যবান সেউজীয়া পাততকৈয়ো বেচি আঁখৰত থাকে সজ আলোচনা, তথাপি যাঁত পিহি থকা লিগিৰী ছোৱালীজনীৰ লগতে ইয়াক পাব পাৰি।

মাইকী মানুহৰ সামাজিক স্থান কেনে আছিল তাকো আমি পাওঁ। সম্পত্তিৰ মালিক হিচাবে মাইকী মানুহৰ স্থান স্বাভাৱিকতেই ওপৰত, কিন্তু যিটো পৰিয়ালত ঘৰৰ মালিক পুৰুষ, সেই পৰিয়ালত নাৰীক ভালদৰে ব্যৱহাৰ কৰা নহব পাৰে। মতাৰ প্ৰাধান্য থকা

পৰিয়ালতো তিৰোতাক উদাৰ ভাৱ দেখুৱাব লাগে তাৰ শিকনি এইদৰে দিয়া হৈছিল—"তুমি যদি ধন ঘটিবলৈ সমৰ্থ হৈছা আৰু নিজ ৰুচিমতে বিয়া কৰাইছা, তেনেহলে ঘৈণীয়েৰাক পেট ভৰাই খাবলৈ দিয়া আৰু আৱশ্যকমতে কাপোৰ-কানি যোগোৱা; তেওঁৰ গাত ঘঁহিবলৈ সুগন্ধি তেলৰো দৰ্কাৰ। তোমাৰ ঘৰত থকা কালত তেওঁৰ মনত আনন্দ দিয়া।" মানুহে অৱশ্যে এজনীতকৈ বেছি পত্নী গ্ৰহণ কৰিব পাৰিছিল।

ইজিপ্টৰ তিৰোতাই, বিশেষকৈ অৱস্থাপন্ন শ্ৰেণীৰ তিৰোতাই গাত কামোৰ খাই থকা মিহি লিলেন কাপোৰৰ পোছাক পিন্ধিছিল। অৱস্থাপন্ন পুৰুষ স্ত্ৰী উভয়ে সোণ আৰু দামী বাখৰৰ অলঙ্কাৰ বাহু আৰু ডিঙিত পিন্ধিছিল। এওঁলোকে পৰচুলাও ব্যৱহাৰ কৰিছিল। লিগিৰীয়ে গৃহিণীক কলহেৰে পানী ঢালি গা ধুৱাই দিযা, (এজনীয়ে আকৌ আইদেউৰ নাকৰ কাষত ভেটফুল এটা ধৰি আছে!), ব্ৰঞ্জৰ আৰ্চি চাই ওঁঠত ৰঙা ৰং ঘঁহা, লিগিৰীয়ে চকীত বহি থকা তিৰোতাৰ মূৰ ফণীয়াই দিয়া, আদি ঘৰুৱা জীৱনৰ ছবি পুৰণি চিত্ৰত সুস্পষ্ট। কোনো চিত্ৰত দেখা যায়, মাইকী মানুহে বাঁহী বজাইছে, টোকাৰী আৰু বীণাত আঙুলি বুলাইছে আৰু খোলত চাপৰ দিছে। ইজিপ্টৰ তিৰোতাই সুগন্ধি তেলৰ ব্যৱহাৰও জানিছিল। উল্লেখ কৰা যুগুত যে সমাজৰ ওপৰ খাপৰ মাইকী মানুহৰ জীৱন-ধাৰণৰ বিষয়ে আমি যিমান জানিব পাৰো, নিম্নখাপৰ মাইকী মানুহৰ বিষযে সিমান জানিব নোৱাৰি। যিবোৰ চিত্ৰ দেখিবলৈ পোৱা যায় সেইমতে ঠাৱৰ কৰিবলৈ হলে সমাজত চিঁযা ককালেৰে নাহী তিৰোতাৰহে সৰহ আদৰ আছিল।

বহুত বিষয়ত আধুনিক এই জাতি! এওঁলোকেই প্ৰথমে আইনা আবিষ্কাৰ কৰে। আইনাৰে সজা ঘট আদিৰ আৰ্হি পিচলৈ এওঁলোকৰপৰা ক্ৰীট আৰু গ্ৰীচৰ লোকেও অনুকৰণ

কৰিছিল। পেপিৰাছ কাগজৰ উপৰিও পিচলৈ ঘৰ্ট, কাপোৰ, সোণৰ অলঙ্কাৰ আদি বাহিৰলৈ ৰপ্তানী কৰা হৈছিল। নিজৰ দেশৰ সোণৰ উপৰিও কিছু সোণ ইজিপ্টে আমদানী কৰিছিল—চিৰিয়া আদি দেশৰপৰা। বেপাৰ চলিছিল বস্তুৰ সলনা-সলনি কৰি। বেহা-বেপাৰৰ ফলত ইজিপ্টৰ ঐশ্বৰ্য্য বৃদ্ধি পাইছিল।

আধুনিক জগতৰ পঞ্জিকা একহিচাবে ইজিপ্তৰে দান। হেলিওপোলিচ নগৰৰ ( কাইৰোৰ ওচৰত ) 'সূৰ্য্যদ্ৰষ্টাসকলে' বেলিৰ গতি লক্ষ্য কৰি খৃঃ পূঃ ৪২২৬ চনত কেলেণ্ডাৰ বা পঞ্জিকা এখন প্ৰৱৰ্ত্তন কৰে। এই পঞ্জিকামতে বছৰত—৩৬০+৫ দিন, অৰ্থাৎ ৩০ দিনীয়া ১২টা মাহ, আৰু মাহবোৰ শেহ হলে আৰু ৫ দিন যোগ দি বছৰটো সম্পূৰ্ণ কৰা হয়। মাহক ১০দিনীয়াকৈ তিনিটা ভাগত ভগোৱা হৈছিল। সেইদৰে দিন আৰু ৰাতিৰো হিচাব আছিল। এওঁলোকে পানী টোপাটোপকৈ পৰা যন্ত্ৰ আৰু বেলিৰ ছাঁ লক্ষ্য কৰা বিধিৰ সহায়ত সময়ৰ জোখ উলিয়াব পাৰিছিল। এওঁলোকৰ গণিতৰ জ্ঞান জ্যমিতিৰ জ্ঞানৰ দৰে উন্নত নাছিল যদিও গণিতৰ তথ্য থকা পেপিৰাছো পোৱা গৈছে। এওঁলোকে পূৰণ কৰিছিল যোগ কৰি। অৰ্থাৎ ৭×৩ কৰিবলৈ হলে এওঁলোকে ৭+৭+৭ এইদৰে কৰিছিল। এওঁলোকে ভগ্নাংশৰ ব্যৱহাৰ জানিছিল।

এওঁলোকৰ ভাস্কৰ্য্যৰ এটা বিশেষ দান হ'ল জীয়া বা সঁচা মানুহৰ মুখৰ ছবি অনুকৰণ কৰি কটা শিলৰ মূৰ্ত্তি। এই মূৰ্ত্তি অৱশ্যে আজিকালিৰ দৰে তেনে বাস্তৱবাদী নাছিল, তথাপি ই সেই কালৰ বহুতো ৰজা, ৰাণী নাইবা ৰাজ-বিষয়াৰ নাক-মুখৰ গঢ কেনে আছিল তাৰ আভাস দিব পাৰে। বৰ্ত্তমান সময়ত পেৰিছৰ লূভ মিউজিয়ামত লিপিকাৰৰ মূৰ্ত্তি এটা সংৰক্ষণ কৰা হৈছে। লিপিকাৰে কোলাত পেপিৰাছ আৰু তুলিকা লৈ ভকত বহাদি বহি আছে। এওঁৰ চকু-মুখত বুদ্ধিৰ দীপ্তি আৰু চিন্তাৰ ভাব সুন্দৰকৈ ফুটি ওলাইছে।

সেইদৰে ৰজা ইখ্‌নাটেনৰ ৰাণী নেফেৰটিটিৰ শিলৰ চুচি কটা মুখৰ ছবি অতি আকৰ্ষণীয় আৰু সজীৱ।

ইজিপ্টৰ বাঢ়ৈৰ যে চকুৰ নজৰ কম নাছিল তাৰ প্ৰমাণ তেওঁলোকে সজা চকী মেজ আদি চালেও জানিব পাৰি। এওঁলোকে বেয়া কাঠ পালিচ কৰি নাইবা ৰং দি উৎকৃষ্ট কাঠৰ দৰে দেখুৱাব পাৰিছিল; কিছুমান তক্তাত যি স্বাভাৱিক আঁক আৰু গাঁথি (বা চকু) থাকে, সেই আঁক আৰু গাঁথি বটালি, চাচ আদিৰ সহায়ত আন কাঠত অনুকৰণ কৰিব পাৰিছিল। কেবাতৰপ পাতল তক্তা জোৰা দি 'প্লাইউদ' সাজিব জানিছিল। এওঁলোকে কাঠেৰেই এনে পাত্ৰ সাজিছিল যে সি দেখাত সাইলাখ শিলৰ পাত্ৰ যেন লাগিছিল। অলঙ্কাৰ গঢ়াওঁতেও এওঁলোকে যথেষ্ট পাৰ্গতালি দেখুৱাইছিল।

আন আন বিষয়তো এওঁলোকে আধুনিকতা দাবী কৰিব পাৰে। অতি পুৰণি কালৰেপৰা ইজিপ্টৰ প্ৰত্যেক ডেকাই 'বাধ্য-হিচাবে' কিছুদিন সেনাদলত ভৰ্ত্তি হোৱা নিয়ম আছিল। বাধ্যহিচাবে সৈন্য হৈ থকা কালত ডেকাবিলাকক চৰকাৰে ভৰণ-পোষণ দিছিল। এনে নিয়ম বৰ্ত্তমান জগতত দুশ বছৰমানৰ পৰাহে চলিছে। আৰু আজিকালিৰ দৰেই শান্তিৰ সময়তো সেই কালত কেতিয়াবা সেনাদলক ৰাজহুৱা কামত—যেনে, শিল খন্দা কামত—নিয়োগ কৰা হৈছিল। আৰু এটা কথা, এই দেশতে প্ৰথমতে ডাঙৰীয়াৰপৰা খেতিয়কলৈকে আটায়ে টেক্স দিবলগীয়া হৈছিল! অৱশ্যে মুদ্ৰাৰ ব্যৱহাৰ নথকাত গাৰে খাটি দি, শস্যৰে, নাইবা আন বস্তুৰে টেক্স আদায় দিয়া হৈছিল। কাকতিয়ে সকলো হিচাব ঠিকমতে লিখি ৰাখিছিল।

ভেষজ বা কবিৰাজী বিদ্যাতো ইজিপ্টে বহুখিনি আগ বাঢ়িছিল। বেমাৰত অৱশ্যে আমাৰ গাৱঁলীয়া মানুহৰ দৰে এওঁলোকে জৰাফুকাৰপৰা অদ্ভুত অদ্ভুত দৰব-পাতিলৈ বিবিধ উপায় চলালেও,

মূৰত আঘাত পালে নাইবা হাত-ভৰি ভাগিলে এওঁলোকে আজিকালিৰ দৰে শাৰীৰ বা চাৰ্জাৰি বিদ্যাৰ সহায় লৈছিল। এই বিদ্যা অৱশ্যে চালুকীয়া অৱস্থাৰে আছিল, তথাপি কবিৰাজে দৰ্কাৰ বুজি চিলাই, বেণ্ডেজ, আঠা লগা পটী ( টেইপ্ ), জুই লগাই শোধিত কৰা বিধি আদি ব্যৱহাৰ কৰিছিল। পুৰণি ৰাজ্যৰ যুগত পোৱা পেপিৰাছত চাৰ্জাৰিসম্বন্ধে এই বিধিবোৰ লিখি থোৱা আছে, আৰু যি কবিৰাজে এই বিধিবোৰ দিছিল তেওঁ নিশ্চয় ব্যক্তিগত অভিজ্ঞতাৰপৰাই এইদৰে লিখিছিল। এই পেপিৰাছখনেই ( এড্উইন স্মিথ পেপিৰাছ ) বোলে সভ্য জগতৰ প্ৰথম শাৰীৰ-বিদ্যা বা চাৰ্জাৰি-সম্বন্ধীয় ৰচনা।

---



হোমাৰ



আলেকজেণ্ডার



প্লেটো

# গ্ৰীক্ সভ্যতা

ইয়ুৰোপৰ দক্ষিণ-পূব প্ৰান্তত অৱস্থিত গ্ৰীচ এটি অতি মনোমোহা উপদ্বীপ। এই সৰু দেশখনৰ তিনি ফালে সাগৰে বেৰি আছে। কৰিন্থ উপসাগৰে ইয়াক প্ৰায় মাজে মাজে দুভাগ কৰিছে। মাত্ৰ সঙ্কীৰ্ণ এটা যোজকে এই দুই ভাগক সংযোগ কৰি ৰাখিছে। গতিকে এই দেশৰ অধিবাসীসকল নিৰ্ভীক আৰু কৌশলী নাবিক হোৱাটো স্বাভাৱিক।

গ্ৰীক্সকলে নিজকে হেলেনিজ আৰু বাকী সকলোকে বৰ্ব্বৰ অসভ্য বুলিছিল। দেশখন অনেক সৰু সৰু ৰাষ্ট্ৰত ভাগ হৈছিল যদিও তেওঁলোকৰ জাতীয়বোধ আছিল। এটা মাত্ৰ ভাষা আছিল তদুপৰি ধৰ্ম্মগত আৰু আচাৰগত ঐক্যও তেওঁলোকৰ আছিল।

এই দেশৰ জলবায়ু স্বাস্থ্যৰ কাৰণে খুব উপকাৰী। সেই কাৰণে ইয়াৰ অধিবাসীসকলো আছিল শুৱনি, বলিষ্ঠ আৰু কৰ্ম্মঠ। ঠাইবিলাক সিমান সাৰুৱা নহয় গতিকে তেওঁলোকে কঠোৰ পৰিশ্ৰম কৰিবলগীয়া হৈছিল। সেই কাৰণে বাধ্য হৈয়ে তেওঁলোকে অতি প্ৰাচীনকালৰে পৰাই নানা দেশত উপনিবেশ স্থাপন কৰিবলৈ আৰম্ভ কৰিছিল।

প্ৰাচীন কালত ইয়াত এটি সুসভ্য আৰু মাৰ্জিত বুদ্ধিসম্পন্ন জাতিয়ে বহুকাল ধৰি বাস কৰিছিল। এই জাতিকেই গ্ৰীক্জাতি বোলা হয়। তেওঁলোক আছিল শক্তিশালী আৰু স্বাধীনতাপ্ৰিয়। বাণিজ্য, শিল্প, বিজ্ঞান আদি সকলো বিষয়তেই তেওঁলোক আছিল অগ্ৰণী। জ্ঞান, বিজ্ঞান, শিল্পকলা, সাহিত্য, দৰ্শন, ইতিহাস, দণ্ডনীতি—এই সকলো-বিলাকতে তেওঁলোকে যি অসাধাৰণ কৃতিত্ব দেখুৱাই গৈছে সি আজিও সমগ্ৰ জগতৰেই বিস্ময়ৰ বিষয়।

অতীজতে এই গ্ৰাক্ জাতি বল্‌কান উপদ্বীপৰ. উত্তৰ-পশ্চিম অঞ্চলত বাস কৰিছিল বুলি কথিত আছে। ল্‌কান উপদ্বীপৰপৰাই বসবাসৰ উপযোগী ঠাই বিচাৰি তেওঁলোক গ্ৰীচ উপদ্বীপ পায়হি। সেই সময়ত এই গ্ৰীচ উপদ্বীপত পেলাচগি আৰু সুসভ্য ঈজিয়ান্‌সকল বাস কৰিছিল। গ্ৰীক্‌সকল আহি এই অধিবাসীসকলক জয় কৰি তেওঁলোকক আপোন কৰি ললে। গ্ৰীক্ সভ্যতাৰ ওপৰত এই ঈজিয়ান্‌সকলৰ সভ্যতাৰ প্ৰভাৱ লক্ষিত হয় যদিও প্ৰকৃততে এই ঈজিয়ান্‌সকল গ্ৰীক্ নাছিল। ক্ৰীট, ট্ৰয়, মাইচেনী টাইৰিন্‌স্ আছিল এই ঈজিয়ান্ সভ্যতাৰ কেন্দ্ৰস্থল। পৰাজিত ইজিয়ান্ লোকসকলে নবাগত গ্ৰীক্‌সকলৰ বশ্যতা স্বীকাৰ কৰিলে আৰু লাহে লাহে এই বিদেশীসকলৰ লগত মিলি গ'ল। গ্ৰাক্‌সকলে এই ঈজিয়ান্‌সকলৰ উচ্চতৰ সভ্যতাৰ অনেকাংশ গ্ৰহণ কৰিলে। সেই কাৰণে এই গ্ৰাক্ জাতি সুসভ্য ঈজিয়ান্ সভ্যতাৰ ওচৰত অনেকভাবে ঋণী। ঐতিহাসিক জে, বি, বেৰিয়ে অনুমান কৰে যে গ্ৰাক্-সভ্যতা ঈজিয়ান্-সভ্যতাৰে ক্ৰমবিক শমাত্ৰ। খৃঃ পূঃ ৬ষ্ঠ শতিকাৰপৰা খৃঃ পূৰ্ব্ব ২য় শতিকা-মানলৈকে গ্ৰীক্-সংস্কৃতি আৰু সভ্যতাৰ চৰম উন্নতিৰ যুগ। সেই যুগৰ কথাই আমি ইয়াত আলোচনা কৰিমহঁক। কিন্তু তাৰো আগতেই হোমাৰৰ কাব্য দুখন ৰচনা হৈছিল। কিন্তু হোমাৰৰ কালত সবিশেষ বিৱৰণ পোৱা নাযায়। হোমাৰৰ কাব্য দুখনৰ পৰিচয় দি গ্ৰীক্-সভ্যতাৰ কথা আৰম্ভ কৰা যাওক।

## হোমাৰৰ মহাকাব্য

গ্ৰীক্‌সকলৰ কৃষ্টি, সভ্যতা অতি উচ্চ স্তৰৰ আছিল। মহাকবি হোমাৰৰ ইলিয়াড্ আৰু ওডিছি নামৰ মহাকাব্যয়ে ইয়াৰ সাক্ষী দিছে। এই ইলিযাড্ আৰু ওডিছি গ্ৰীক্-সাহিত্যৰ অমূল্য সম্পদ।

টোজান-যুদ্ধ ইলিয়াডৰ বিষয়বস্তু। ট্ৰয়ৰ ৰজা আছিল প্ৰিয়াম্।

তেওঁৰ পুতেক পেৰিছে গ্ৰীচ দেশৰ স্পাৰ্টাৰ ৰজা মেনেলাচৰ পত্নী হেলেনক হৰণ কৰি নিলে। সেই সময়ত হেলেনৰ নিচিনা ৰূপহী আৰু কোনোৱেই নাছিল। মেনেলাচৰ লগত বিবাহ হোৱাৰ আগতে গ্ৰীচ দেশৰ অনেক ৰজা এই হেলেনৰ পাণিপ্ৰাৰ্থী আছিল। সেই কাৰণে সেইসকল গ্ৰীক্ ৰজাই অপমানিত বোধকৰি ট্ৰয়ৰ বিৰুদ্ধে যুদ্ধৰ কাৰণে মেনেলাচক সহায় কৰিলে। এই অভিযানত তেওঁলোকৰ নেতা আছিল মাইচেনীৰ ৰজা আগামেম্নন্। থেচালি দেশৰ সেনাপতি একিলিচ্ আছিল সৰ্ব্বপ্ৰধান বীৰ। তদুপৰি ইথাকাৰ ৰজা ওডিচিয়াচ্ আছিল তীক্ষ্ণবুদ্ধিৰ কৌশলী যুজাৰু।

ইপিনে ট্ৰোজানসকলো যুদ্ধৰ বাবে সাজু হৈ আছিল। তেওঁলোকৰ সৈন্যদলৰ নেতা আছিল প্ৰিয়ামৰ জ্যেষ্ঠপুত্ৰ হেক্টৰ। তেৰোঁ এজন প্ৰসিদ্ধ যোদ্ধা আছিল। গ্ৰাক্ সৈন্যই ট্ৰয় নগৰৰ ওচৰত সাগৰৰ পাৰত শিবিৰ স্থাপন কৰিলে। দহ বছৰকাল দুয়ো পক্ষৰ ৰণ চলিল। শেষত একিলিচে হেক্টৰক বধ কৰিলে। ইলিয়াড কাব্য হেক্টৰক কবৰ দিয়াতেই শেষ হৈছে।

ইয়াৰ পিচৰ বৰ্ণনাত এই যুদ্ধৰ শেষৰ বিৱৰণ পোৱা যায়। একিলিচ্ ট্ৰয় নগৰৰ সন্মুখত নিহত হল। গ্ৰীক সৈন্যই এই নগৰ অধিকাৰ কৰিব নোৱাৰিলে। তেতিয়া ওডিচিযাচে এটা বুদ্ধি উলিয়ালে। তেওঁলোকে এটা প্ৰকাণ্ড কাঠৰ ঘোঁৰা তৈযাৰ কৰি ইয়াৰ পেটৰ ভিতৰত পঞ্চাচ জন বীৰ যোদ্ধা লুকাই থাকিল। ঘোঁৰাটোক নগৰৰ চাৰিও কাষে থকা গড়ৰ ওচৰত ৰাখি বাকী গ্ৰীক্ সৈন্যসকল উলটি যোৱাৰ ভাও ধৰিলে। ট্ৰোজানসকলে আনন্দত ঘোঁৰাটো নগৰৰ বেৰাৰ ভিতৰলৈ সুমুৱাই নিলে। নিশা হলত এই গ্ৰাক্ সৈন্যসকলে ঘোঁৰাৰ পেটৰপৰা ওলাই নগৰৰ দুৱাৰ খুলি দিলে। তেতিয়া বাহিৰত থকা গ্ৰীক্ সৈন্যবিলাকে সেই খোলা দুৱাৰেদি নগৰ সোমাই ট্ৰোজানসকলক বধ কৰি নগৰ ভস্মীভূত কৰিলে।

ওডিচি মহাকাব্যত ওডিচিয়াচ্ পথভ্ৰষ্ট হৈ দহ বছৰ দুঃসাহসিক ভ্ৰমণ কৰাৰ কাহিনী বৰ্ণোৱা আছে। তেওঁৰ অনুপস্থিতিৰ সুযোগকে লৈঅনেকেই আহি তেওঁৰ স্ত্ৰী পেনিলোপৰ পাণিপ্ৰাৰ্থী হয়। তেওঁৰ পুত্ৰ টেলিমিকাচ্ নিৰুপায় হল। এনে সময়তে ওডিচিয়াচ্ ঘূৰি আহি পালেহি। পিতা-পুত্ৰৰ পৰিচয় হোৱাৰ পিচত তেওঁ তেওঁৰ পত্নীৰ পাণিপ্ৰাৰ্থীসকলক হত্যা কৰিলে।

হোমাৰৰ এই ইলিয়াড্ আৰু ওডিচি মহাকাব্যৰপৰা সেই সময়ৰ গ্ৰীক্ সমাজ আৰু ৰাষ্ট্ৰৰ অনেক আভাস পাওঁ।

## প্ৰাচীন গ্ৰীচৰ সভ্যতা

সেই সময়ত গ্ৰীচ কেতবিলাক ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাষ্ট্ৰত বিভক্ত আছিল। প্ৰত্যেকখন ৰাষ্ট্ৰই একোজন ৰজাৰ অধীনত আছিল। সেই ৰজায়ে প্ৰধান পুৰোহিত, সেনাপতি আৰু বিচাৰকৰ কাম কৰিছিল। মানুহে ৰজাসকলক দেৱতাৰ অংশস্বৰূপ বুলি বিশ্বাস কৰিছিল; আৰু সেই কাৰণেই ৰজাক দেৱতাৰ দৰে জ্ঞান কৰিছিল।

ৰাজকাৰ্য্য চলোৱাত দুখন সহায়কাৰী সভা আছিল। এখনক বৃদ্ধ পৰিষদ্ আৰু আনখনক জনসভা বোলা হৈছিল। ৰজাই দুয়োখন সভাৰে উপদেশ মানি চলিব লাগিছিল। জনসভাত ৰাজ্যৰ সকলো স্বাধীন ব্যক্তিৰ উপস্থিত থাকিবৰ অধিকাৰ আছিল। সেই সকলেই ৰজাৰ প্ৰস্তাৱ অনুমোদন অথবা অগ্ৰাহ্যও কৰিব পাৰিছিল। কিন্তু আলোচনা কৰিবৰ অধিকাৰ তেওঁলোকৰ নাছিল। আলোচনা অথবা পৰামৰ্শ কেবল পৰিষদেহে কৰিব পাৰিছিল।

বেচিভাগ লোক গাঁৱতহে বাস কৰিছিল। ঘৰৰ মুখ্য মানুহজন আছিল ক্ষমতাশালী। তিৰোতাসকলক সন্মান কৰিছিল। পৰিয়ালৰ নিজৰ মাটিবাৰী আছিল আৰু সেই পৰিয়ালৰ প্ৰত্যেকজন লোকেই সেই মাটি-বাৰীৰ গৰাকী হব পাৰিছিল।

লোকসকল চাৰি ভাগত বিভক্ত হৈছিল। অভিজাতবৰ্গ অৰ্থাৎ সম্ভ্ৰান্ত শ্ৰেণী, জনসাধাৰণ, স্বাধীন, ক্ষুদ্ৰ ভূমিৰ গৰাকী, আৰু ভৃত্য বা দাস।

সেই সময়ৰ গ্ৰীক্‌সকলৰ জীৱনযাত্ৰা নিৰ্ব্বাহ অতি সৰল আৰু সাধাৰণ আছিল। ৰজা নাইবা সম্ভ্ৰান্ত বংশৰ লোকসকল বা তিৰোতা-সকলেও দৈনন্দিন নিজ নিজ প্ৰয়োজনীয় সাধাৰণ কামবিলাক কৰিবলৈ লাজ বা অপমান বোধ নকৰিছিল। ৰাজপৰিয়ালৰ তিৰোতাসকলেও নিজ হাতেৰে ৰন্ধা-বঢ়া আৰু ঘৰুৱা কামবিলাক কৰিছিল। তেওঁ-লোকে সূতা কাটি কাপোৰ বৈও লৈছিল।

খাদ্যবস্তুও তেওঁলোকৰ নিচেই সাধাৰণ আছিল। মাংস, ৰুটি, ফল-মূল আদি তেওঁলোকৰ খাদ্যদ্ৰব্য। তেওঁলোকে সুৰাপান কৰিছিল, কিন্তু অতিৰিক্ত নহয়। ভোজ আদিৰ সময়ত সঙ্গীত বীণাযন্ত্ৰ বাদ্যৰে বেচি আমোদজনক কৰি তুলিছিল।

কৃষিবৃত্তিয়েই গ্ৰীক্‌সকলৰ প্ৰধান অৱলম্বন বা জীৱিকা নিৰ্ব্বাহৰ পথ আছিল। তেওঁলোকে পশুপালনো কৰিছিল। পশুৱেই আছিল তেওঁলোকৰ প্ৰধান সম্পদ।

গ্ৰীক্‌সকলে হিন্দুসকলৰ দৰেই বহুতো দেৱ-দেৱীৰ পূজা অৰ্চ্চনা কৰিছিল। তেওঁলোকে সেই দেৱ-দেৱীসকলক মনুষ্য ৰূপত কল্পনা কৰিছিল আৰু সেইসকলৰ পূজাৰ কাৰণে নানা ধৰণৰ যাগ-যজ্ঞৰ প্ৰচলন আছিল। প্ৰধান দেৱ-দেৱীসকলৰ ভিতৰত আছিল জিউচ্—তেওঁ দেৱ-দেৱীসকলৰ ৰজা। হে'ৰা, জিউচৰ পত্নী। এপলো সূৰ্য্য, সঙ্গীত আৰু প্ৰেমৰ দেৱতা। চন্দ্ৰৰ দেৱী ডায়েনা। ভেনাছ দেৱী সৌন্দৰ্য্যৰ ৰাণী, প্ৰেম আৰু সৌন্দৰ্য্যৰ অধিষ্ঠাত্ৰী দেৱী। কিউপিড্ শৰ-ধনু আৰু প্ৰেমৰ দেৱতা; তেওঁ বোলে সদায়ে ল'ৰা; আন-সকল দেৱতাৰ দৰে তেওঁৰ বয়স বোলে বেচি হৈ নেযায়। তেওঁৰ হাতত এখন বৰ আচৰিত ধনু থাকে। এই ধনুৰ কাঁড় যি জনৰ গাত

লাগে সেইজনে ওচৰত যি গৰাকীক দেখে সেই গৰাকীকেই ভাল পাবলৈ ধৰে।

গ্ৰীক্‌সকলৰ জ্ঞানৰ দেৱী মিনাৰ্ভা; তেওঁৰ বাহন হ'ল এটা ফেঁচা। যুদ্ধৰ দেৱতা মাৰ্চ; যম ৰজা হল প্লুটো; অগ্নিদেৱতা ভাল্‌কান্। এই সকলৰ বাহিৰেও তেওঁলোকৰ আৰু অনেক দেৱ-দেৱী আছিল।

গ্ৰীচদেশৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাষ্ট্ৰবিলাকৰ মাজত ৰাজনৈতিক একতাৰ অভাৱ আছিল যদিও ধৰ্ম্মসঙ্ঘ, ভাষা, সাহিত্য, সামাজিক আচাৰ—ব্যৱহাৰ আৰু বিশেষকৈ অলিম্পিক্ খেল-ধেমালিয়ে বিভিন্ন ৰাষ্ট্ৰৰ মাজত একতা ডোলেৰে বান্ধ খুৱাই ৰাখিছিল।

আয়োনিয়ান সাগৰৰ পাৰৰপৰা প্ৰায় দহ মাইল অন্তৰত পেলোপোনিচাচ্ নামৰ পৰ্ব্বতৰ পশ্চিম পিনে আলফিয়াচ নদীৰ পাৰত এলিচ নামৰ এখন নগৰ আছিল। এই নগৰৰ মাজত থকা পৰ্ব্বতৰ উপত্যকাত এই অলিম্পিয়াৰ খেল-পথাৰ। গ্ৰীচ দেশৰ লোকৰ ভিতৰত অলিম্পিক্ খেলা তেওঁলোকৰ জাতীয় উৎসৱ। অলিম্পিয়াৰ খেল-পথাৰতেই এই সকলো খেল-প্ৰতিযোগিতা হৈছিল বুলি সেই ঠাইৰ নাম অনুসৰি এই খেলাৰ নামো অলিম্পিক্ খেল বুলিছিল।

এই অলিম্পিক্ খেল প্ৰতিযোগিতা মাত্ৰ গ্ৰীক্‌সকলৰ বাবেহে মুকলি আছিল। বিভিন্ন ৰাষ্ট্ৰই বিভিন্ন দেৱ-দেৱীৰ পূজাৰ অৰ্থে এই-খেল-প্ৰতিযোগিতা অনুষ্ঠিত কৰিছিল। জিউচ্ দেৱতাৰ সন্মানাৰ্থে অলিম্পিয়া খেল-পথাৰত অলিম্পিক্ খেলা হৈছিল। সেই সময়ত এই অলিম্পিয়াৰ শোভা আৰু সৌন্দৰ্য্য আছিল অনুপম। এপলো দেৱতাৰ সন্মানাৰ্থে ডেল্‌ফিত, পচিডন্ দেৱতাৰ সন্মানাৰ্থে কৰিন্থত ইচ্‌থমিযান খেল আৰু জিউচ্ দেৱতাৰেই সন্মানাৰ্থে নিমিন্ খেল-প্ৰতিযোগিতা হৈছিল।

এই সকলোবিলাক খেলাৰ ভিতৰত অলিম্পিক্ খেল-প্ৰতিযোগিতাই

প্ৰসিদ্ধ আছিল। এই খেল প্ৰতিযোগিতা প্ৰত্যেক চাৰি বছৰৰ অন্তৰে অন্তৰে আগষ্ট মাহত হৈছিল আৰু পাঁচ দিন ধৰি চলিছিল। জিউচ্ দেৱতাৰ মূৰ্ত্তি আৰু মন্দিৰৰ কাষৰ মুকলি ঠাইতেই এই খেল হৈছিল। এই জিউচ্ দেৱতাৰ মূৰ্ত্তি অপৰূপ শিল্পৰ নিদৰ্শন। পৃথিবীৰ প্ৰাচীন সাতোটা আশ্চৰ্য্য বস্তুৰ ভিতৰত এই মূৰ্ত্তিও এটা। প্ৰতিযোগীসকল আৰু খেলৰ বিচাৰক সকল থাকিবৰ বাবে এই খেল-পথাৰৰ কাষতেই ধুনীয়া ধুনীয়া ঘৰ সজাই দিছিল। অলিম্পিয়াৰ এই খেল চাবৰ কাৰণে যি সকল দৰ্শক আহিছিল সেই সকলৰ কাৰণেও বিশেষ ব্যৱস্থা কৰিছিল। খেল-পথাৰৰ কেউপিনে ওখ বেৰা আছিল। সেই ঠাইবিলাকত এতিয়া নানা প্ৰাচীন মন্দিৰৰ ধ্বংসাৱশেষ আৰু দেৱতাৰ মূৰ্ত্তিৰ ধ্বংসাৱশেষ পোৱা গৈছে। খেল-পথাৰৰ কাষে কাষেই বিজয়ী খেলুৱৈসকলৰ প্ৰতিমূৰ্ত্তিও সজাই ৰখোৱা হৈছিল। খেলা আৰম্ভ হৈছিল দৌৰ প্ৰতিযোগিতাৰে। ইয়াৰ পিচতেই মল্ল-যুদ্ধ, মুষ্টি-যুদ্ধ, দীঘল জাপ, বৃত্তাকাৰ গধুৰ বস্তু দলিওৱা, যাঠী খেলা, চাৰিটা ঘোঁৰাৰে টনা গাড়ীৰ দৌৰ প্ৰতিযোগিতা আদি অনুষ্ঠিত হৈছিল। এই শেষৰ প্ৰতিযোগিতাত মাত্ৰ ধনী সকলেহে যোগদান দিছিল। বিজেতা সকলৰ কাৰণে মূল্যবান পুৰস্কাৰ একো নাছিল। জলফাই গুটিৰে গোঁথা মালাই প্ৰধান পুৰস্কাৰ বুলি পৰিগণিত হৈছিল। ইয়াৰ উপৰিও বিজেতাসকলক শোভাযাত্ৰা আৰু সঙ্গীতৰ উল্লাস ধ্বনিৰে সম্মানিত কৰিছিল। তদুপৰি সেইসকল লোকৰ জীৱনৰ বাকী চোৱা কালৰ যাবতীয় ভৰণ-পোষণৰ খৰছ এথেন্সৰ ৰাজ-ভড়ালৰপৰাই বহন কৰিছিল। এই অলিম্পিক খেল-পথাৰতেই দেশৰ কবি আৰু লেখক সকলে তেখেতসকলৰ লিখা কবিতা বা ৰচনা ৰাইজৰ আগত পঢ়ি শুনাইছিল। প্ৰসিদ্ধ বুৰঞ্জী-লেখক হিৰোডোটাচে তেখেতৰ ৰচনা অলিম্পিয়াত পঢ়ি শুনাইছিল। ইত্যাদি অনেক বিষয়ত এই অলিম্পিক্ খেল-পথাৰতেই সকলোৰে মিলি ভাবৰ আদান প্ৰদানেৰে সঙ্ঘবদ্ধ

হবলৈ উৎসাহ পাইছিল। এইয়া হল সামাজিক আৰু সাংস্কৃতিক ঐক্য। ইযাৰ উপৰিও দেশবিদেশত উপনিৱেশ বিস্তাৰে গ্ৰীক-সকলৰ মাজত ঐক্যতাবোধ জাগৃত কৰিছিল।

এই গ্ৰীচ উপদ্বীপ বা দেশক তিনি ভাগত ভগাব পাৰি। উত্তৰ ভাগ, মধ্য ভাগ আৰু দক্ষিণ ভাগ।

উত্তৰ গ্ৰীচৰ দুখন প্ৰধান প্ৰদেশ হ'ল (১) থেচালি আৰু (২) ইপিৰাছ। মেচিডন ৰাজ্য ইযাৰো উত্তৰত আছিল।

মধ্য গ্ৰীচত ন খন বিভিন্ন প্ৰদেশ আছিল। (১) একাৰনানিয়া (২) ইটোলিযা (৩) ডৰিছ্ (৪) পূব লক্ৰিচ (৫) পশ্চিম লক্ৰিচ (৬) ফাচিচ্ (৭) বিযোচিযা (৮) এট্টিকা আৰু (৯) মেগাৰিচ। এই সকলৰ ভিতৰত এট্টিকাই প্ৰধান। ইযাৰ ৰাজধানী হ'ল এথেন্স। বিযোচিযাৰ প্ৰধান নগৰ থিবচ্।

কৰিন্থ যোজকেই দক্ষিণ আৰু মধ্য গ্ৰীচক সংযোগ কৰিছে। দক্ষিণ গ্ৰীচ সাতখন প্ৰধান ৰাজ্যত বিভক্ত হৈছিল। (১) কৰিন্থ (২) এৰ্গিচ (৩) এলিচ্ (৪) আৰকেডিযা (৫) মেচেনিযা (৬) আল্গলিচ্ আৰু (৭) লেকনিযা। এই সকলো ৰাজ্যৰ ভিতৰত লেকনিযাই প্ৰধান। স্পাৰ্টা নগৰ এই লেকনিযাতেই আছিল। গ্ৰীচৰ প্ৰধান নগৰ কেইখনৰ ভিতৰত মধ্য গ্ৰীচৰ এথেন্স আৰু থিবচ্, দক্ষিণ গ্ৰীচৰ স্পাৰ্টা আৰু উত্তৰ গ্ৰীচৰ মেচিডনৰ বিষযেই ইযাত উল্লেখ কৰা হব।

## এথেন্স

দক্ষিণ গ্ৰীচৰ প্ৰধান শক্তি স্পাৰ্টাৰ মুখ্য প্ৰতিদ্বন্দ্বী আছিল এট্টিকা। এট্টিকা এটা উপদ্বীপ। দীঘলে আঠ মাইল; পূব আৰু পশ্চিমে পৰ্ব্বতেৰে আগুৰা। ইযাৰ জলবাযু স্বাস্থ্যকৰ। ইযাৰ অধিবাসী সকলক আযোনিযান বুলিছিল।

এট্টিকাক বাৰখন জিলাত বিভক্ত কৰা হৈছিল। ইয়াৰ ভিতৰত এথেঞ্চ আছিল প্ৰধান। এই এথেঞ্চ নগৰ ভূমধ্যসাগৰৰপৰা মাত্ৰ কেইমাইল মান আঁতৰত এডোখৰ কেউপিনে পৰ্ব্বতেৰে আগুৰি ৰখা ঠাইত অৱস্থিত। আচল নগৰখন আৰ্কোপলিচ্ নামৰ এটা পাহাৰৰ ওপৰত। পাৰশ্য যুদ্ধৰ পিচত এই আৰ্কোপলিচ্ এথেনা দেৱীৰ নামত উছৰ্গিত হয়। পশ্চিম দিশে আৰ্কোপলিচলৈ উঠিব পৰা এটা খট্খটি পেৰিক্লিচে নিৰ্ম্মাণ কৰিছিল। আৰ্কোপলিচৰ পশ্চিমলৈ আৰোপেগচ্ বিচাৰালয়। ইয়াৰ পশ্চিমলৈ নায়েক্স বোলা এডোখৰ ঠাইত ব্যৱস্থাপক সভা বহিছিল। বক্তাসকলে বক্তৃতা দিয়া মঞ্চৰ ভগ্নাৱশেষ আজিও এই নায়েক্সৰ শিখৰত আছে। আৰ্কোপলিচৰ দক্ষিণ-পূবে ডিয়নিচাচ্ ৰঙ্গমঞ্চ। বজাৰ-হাট আৰ্কোপলিচৰ উত্তৰ দিশে বহিছিল। নগৰৰ দক্ষিণ-পূব গড়ৰ কাষেদি ইলিচাচ্ নৈখন বৈ গৈছে।

এথেঞ্চত পূৰ্ব্বতে ৰজাই শাসনকাৰ্য্য চলাইছিল। এই ৰজাসকলৰ ভিতৰত কদ্ৰুচ আছিল শেষৰজন ৰজা। কদ্ৰুচৰ পিচত ৰজা উপাধি গুছাই সেই সকলক আৰ্কন বা প্ৰধান শাসনকৰ্ত্তা বোলা হৈছিল। এই প্ৰধান শাসনকৰ্ত্তাই ৰাজকাৰ্য্য ভাৰ চলাইছিল। প্ৰথম শাসনকৰ্ত্তা জন আজীৱন ৰাজকাৰ্য্য ভাৰ চলাবৰ বাবে নিৰ্ব্বাচিত হৈছিল। ইয়াৰ পিচত ক্ৰমে দহ বছৰ আৰু শেষৰ ন জন শাসনকৰ্ত্তা একেলগে এবছৰৰ কাৰণে নিৰ্ব্বাচিত হৈছিল। এই ন জনৰ প্ৰথম জনকো আৰ্কন বোলা হৈছিল। তেৱেঁই প্ৰধান বিচাৰক হৈছিল আৰু সকলোবিলাক দেৱানী মোকৰ্দ্দমা বিচাৰ কৰিছিল। দ্বিতীয় জন প্ৰধান পুৰোহিত, তৃতীয় জন সৈনিক বিভাগৰ শাসনকৰ্ত্তা আছিল। বাকী ছজনে আইন প্ৰণয়ন কাৰ্য্য কৰিছিল আৰু হত্যাকাণ্ডত জড়িত হোৱা অপৰাধীৰ বাহিৰে আন সকলো বিলাক বিবাদ নিষ্পত্তি কৰিব পাৰিছিল।

এথেঞ্চৰ শাসনকৰ্ত্তাসকল উচ্চ আৰু সম্ভ্ৰান্ত বংশৰ লোক হব লাগিছিল। সেই কাৰণে মাজে সময়ে অসুবিধাও হৈছিল। তেওঁ-

লোকৰ আইন প্ৰণয়ন কেবল ধনী সম্প্ৰদায়ৰ বাবেহে উপযোগী হৈছিল। নিৰ্ধনী সকলৰ প্ৰতি সেই সকল আছিল সম্পূৰ্ণ উদাসীন। এথেঞ্চত সেই সময়ত অভিজাত-তন্ত্ৰ চলিছিল। সেই কাৰণে দুখীয়া প্ৰজাসকল অতিষ্ঠ হৈ পৰিছিল। ইউপেট্ৰাইডচ্ নামৰ ঠাইত বাস কৰা অনেক দুখীয়া মানুহৰ অৱস্থা অতি শোক লগা আছিল। মাটিৰ গৰাকীক নিয়মিত সময়ত কৰ শোধাব নোৱাৰিলে গৰাকীয়ে তেওঁলোকক দাসৰ দৰে ব্যৱহাৰ কৰি আন গৰাকীৰ ওচৰত বেচা-কিনা কৰিছিল। এই দুখীয়া মানুহবিলাকে নিজৰ পৰিয়ালক পোহপাল দিবৰ নিমিত্তে সদায়ে ধনীসকলৰ ওচৰত হাত পাতিবলগীয়া হৈছিল। এইদৰে ধন ধাৰে আনোতে সেইসকলৰ ঋণ ক্ৰমাৎ বেচিহে হৈ গৈছিল। অনেক দুখীয়া খেতিয়কে দুখত পৰি নিজৰ লৰা-ছোৱালীকো ভৃত্য হিচাবে বেচিব লগীয়াত পৰিছিল। অনেকেই হয়তো নিজৰ ভেটি এৰি চিৰকালৰ বাবে অন্য ঠাইলৈ গুচি যাবলগীয়া হৈছিল। ইত্যাদি কাৰণত অভিজাত-তন্ত্ৰই দেশলৈ শান্তি আনিব নোৱাৰাত পৰিল। ঠায়ে ঠায়ে প্ৰজাশক্তি বিদ্ৰোহী হৈ উঠিল। এই সুযোগকে লৈ চিলোন নামৰ এজন অভিজাত ব্যক্তিয়ে নিজকে এথেঞ্চৰ স্বেচ্ছাচাৰী ৰজা বোলাবলৈ সমূহীয়া প্ৰচেষ্টা চলালে; কিন্তু তেওঁৰ চেষ্টা সফল নহল। ক্ৰমে অশান্তি বাঢ়িবলৈহে ধৰিলে। প্ৰজাসকলে তেওঁলোকৰ ন্যায্য অধিকাৰ সমূহৰ নিৰাপত্তাৰ কাৰণে এখন লিখিত আইন গ্ৰন্থ দাবী কৰিলে। এই বিপদৰপৰা হাত সাৰিবলৈ ড্ৰেকো নামৰ এজনক এই কাৰ্য্যৰ ভাৰ দিলে। ড্ৰেকোৰ আইনবিলাক বৰ কঠোৰ আছিল। সেই কাৰণেই কৈছিল যে ড্ৰেকোৰ আইনবিলাক চিয়াঁহীৰে নহয় তেজৰে লিখা। ড্ৰেকোৰ সংস্কাৰে দুখীয়াৰ দুখমোচন কৰিব নোৱাৰিলে। তেওঁ আনকি সম্ভ্ৰান্ত বংশৰ লোকসকলকো সন্তোষ দিব নোৱাৰিলে। ধনীসকল আৰু বেচি উৎপীড়ক হৈ উঠিল। দুখীয়াৰ দুখ আগতকৈও চৰিলহে।

তেতিয়া দেশত শান্তি প্ৰতিষ্ঠাৰ বাবে সংস্কাৰকৰ আৱশ্যক হ'ল। প্ৰজাই তেতিয়া চলোন নামৰ এজনক শাসনকৰ্ত্তা হিচাবে নিৰ্ব্বাচন কৰিলে। তেওঁকে এথেঞ্চৰ আইন প্ৰণয়নৰ বাবে বিশেষ ক্ষমতাও দিলে।

## চলোন

চলোন আছিল এজন সম্ভ্ৰান্ত বংশৰ লোক—ৰজা কদ্ৰুচৰ বংশধৰ। তেওঁৰ দেউতাক আছিল এজন বিখ্যাত সদাগৰ ; তেওঁ ব্যৱসায়ত ধনী হৈছিল। তেওঁ শিক্ষিত পুৰুষ আৰু কবিও আছিল। সেই সময়ত চেলামিচ্ দ্বীপ এট্টিকাৰ অধীনত আছিল। এথেঞ্চ আৰু মেগাৰাই এই দ্বীপটো পাবৰ কাৰণে দাবী কৰিছিল। সেই কাৰণে এই দুই শক্তিৰ ভিতৰত যুদ্ধ হব লগীয়া হৈছিল। তেতিয়া চলোনৰ কবিতাৰে এথেনিয়ান্ সকলক উত্তেজিত কৰি তুলিলে। চলোন এথেনিয়ান্ সৈন্যৰ সেনাপতি হৈ চেলামিচ্ দ্বীপ মেগাৰাসকলৰ হাতৰপৰা ৰক্ষা কৰিলে।

চলোনে প্ৰথমে দুখীয়া ঋণগ্ৰস্ত প্ৰজাসকলক ঋণৰপৰা মুক্ত কৰিলে ; দুখীয়া প্ৰজাৰ সুবিধাৰ কাৰণে ধৰুৱা আইনখনৰ বহুতো সালসলনি কৰিলে। ইয়াৰ মূলত কোনো লোকৰ বিশাল ভূ-সম্পত্তি থাকিব নোৱাৰিছিল। লৰা-ছোৱালীক উপযুক্ত শিক্ষা দিয়াৰ ব্যৱস্থা হ'ল। সিহঁতৰ স্বাস্থ্য ৰক্ষাৰ উপায় খেল-ধেমালি, তদুপৰি সঙ্গীত শিক্ষা দিয়াৰো নিয়ম হ'ল। প্ৰত্যেক নাগৰিকে ৰাজনৈতিক দল-সমূহৰ নিৰ্ব্বাচন প্ৰতিদ্বন্দ্বিতাত যেই কোনো দলভুক্ত হব লাগিছিল। চলোনে ব্যক্তিৰ বছৰেকীয়া আয়ৰ অনুপাতে নাগৰিক শ্ৰেণীক চাৰি ভাগত বিভক্ত কৰিছিল। (১) পেণ্টাকোচি (২) নাইট্চ্ (৩) জুগাইট্ (৪) থেটিচ্।

ধনীসকলে নিজৰ আয় অনুপাতে বেচি কৰ দিবলগীয়া হৈছিল।

নিম্নস্তৰৰ থেটিচ্ সকল আছিল বনুৱা শ্ৰেণীৰ লোক। সেই সকলে সকলো কৰৰ পৰাই ৰেহাই পাইছিল। সকলোৱে সমানে সা-সুবিধা পোৱাৰ কাৰণে যুদ্ধ-বিগ্ৰহৰপৰা হাত সাৰি আছিল। এই চাৰিও শ্ৰেণীৰ লোকে নতুন জনসভাত গোট খাইছিল। তেতিয়া সেইসকলে বিচাৰকসকলক নিৰ্ব্বাচিত কৰাৰ ক্ষমতা পাইছিল। প্ৰথম শ্ৰেণীৰ লোকসকলৰ ভিতৰৰপৰা উচ্চ পদাধিকাৰী বিচাৰকসকল আৰু দ্বিতীয় শ্ৰেণীৰ আৰু তৃতীয় শ্ৰেণীৰ লোকসকলৰ মাজৰপৰা নিম্ন শ্ৰেণীৰ বিচাৰকসকল নিৰ্ব্বাচিত হৈছিল। পূৰ্ব্বতে চতুৰ্থ শ্ৰেণীৰ লোক সকলে নতুন জনসভাত লগ হোৱাৰ সুবিধা পাইছিল যদিও ৰাজক্ষমতা নেপাইছিল। তেওঁলোকে সৈনিক অথবা নৌ-বিভাগতহে সুবিধা পাইছিল। কিন্তু এতিয়া চলোনে সেই শ্ৰেণীৰ লোককো ৰাজনৈতিক ক্ষমতা লব পৰা কিছু সুবিধা দিলে। প্ৰজাৰ বছেৰেকীয়া আয়ৰ ওপৰত প্ৰতিষ্ঠিত এনে ধৰণৰ ক্ষমতাৰে শাসিত হোৱা চৰকাৰক টিমক্ৰেচি বোলা হৈছিল।

পুৰণি ৰাজ্যসভাৰ উপৰিও চলোনে এখন নতুন সভাৰ সৃষ্টি কৰিছিল। এই সভা ৪০০ জন সভ্যৰে গঠিত হৈছিল। প্ৰত্যেক শ্ৰেণীৰ লোকৰপৰা ১০০ জনকৈ প্ৰতিনিধি বাছি লোৱা হৈছিল। এই সভা ৰাজ্যসভাৰে অঙ্গস্বৰূপ আছিল। ৰাজ্যসভাত বিবেচনাৰ কাৰণে দিয়া প্ৰস্তাৱবিলাক এই সভাতেই বছা হৈছিল।

চলোনে বিচাৰ আৰু আইন প্ৰণয়নো কৰিছিল। দোষীয়ে বিচাৰকৰপৰা পোৱা দণ্ডৰ ৰেহাই পাবলৈ এই সভালৈ পুনৰ বিচাৰৰ বাবে প্ৰাৰ্থনা জনাব পাৰিছিল।

চলোনে প্ৰজাসকলক মিতব্যযী হবলৈ শিক্ষা দিছিল। ইমানখিনি কৰাতো চলোনৰ সংস্কাৰে সকলোকে সন্তোষ দিব নোৱাৰিলে। পিচিচ্ট্ৰেটাচ্ নামে এজন এথেন্সত আকৌ স্বেচ্ছাচাৰী হৈ উঠিল। সেই সময়ত চলোন বিদেশত আছিল। তেওঁৰ অনুপস্থিতিত এথেন্সৰ

ৰাজনৈতিক দলবিলাকৰ ভিতৰত মতভেদ হৈছিল। তেতিয়া চলোন এথেঞ্চলৈ ঘূৰি আহিছিল। কিন্তু তেওঁ শান্তি স্থাপন কৰিব নোৱাৰি চাইপ্ৰাচ্ দ্বীপলৈ গুচি গ'ল আৰু তাতেই তেওঁৰ মৃত্যু হ'ল। চলোনৰ সংস্কাৰে গণতন্ত্ৰৰ ভিত্তি স্থাপন কৰিলে।

পিচিচ্ট্ৰেটাচ্ দুখীয়াৰ প্ৰতি মৰমিয়াল আছিল। দুখীয়া খেতিয়কৰ খেতিৰ সজুলিও তেওঁ যোগাই দিছিল। এথেঞ্চ নগৰখন তেওঁ মঠ মন্দিৰ, অট্টালিকা, ফুলবাগিছা আৰু বাট-পদূলিৰে শুৱনিকৈ সজাইছিল। তদুপৰি নগৰৰ শ্ৰেষ্ঠ কবি সাহিত্যিক সকলকো তেওঁ সমাদৰ কৰিছিল।

তেওঁৰ মৃত্যুৰ পিচত তেওঁৰ দুজন পুতেক হিপিয়াচ্ আৰু হিপাৰ-কাচে যুটীয়াকৈ কিছুদিন ৰাজকাৰ্য্য চলাইছিল। কিন্তু অলপদিনৰ পিচতে দুজন আততায়ীয়ে হিপাৰকাচক হত্যা কৰিলে। তেতিয়া হিপিয়াচ আৰু অত্যাচাৰী হৈ উঠিল। প্ৰজাই তেওঁক শাসন কাৰ্য্যৰ পৰা আঁতৰাবৰ কাৰণে বিদ্ৰোহ আৰম্ভ কৰিলে। এই বিদ্ৰোহৰ গুৰি ধৰোঁতাজন আছিল ক্লাইস্থিনিচ্। ক্লাইস্থিনিচৰ দেউতাক আছিল মেগাক্লিচ্। তেওঁক স্বেচ্ছাচাৰী শাসক পিচিচ্ট্ৰেটাচে এথেঞ্চৰপৰা বহিস্কৃত কৰিছিল। এতিয়াৰ এই প্ৰজা-বিদ্ৰোহে হিপিয়াচক ৰাজ্যৰ পৰা ওলাই যাবলৈ বাধ্য কৰিলে। আগতে বহিস্কৃত হোৱা আল্কা-মিনোডে বংশটো এথেঞ্চলৈ আকৌ ঘূৰি আহিলত ক্লাইস্থিনিচেই এথেঞ্চৰ প্ৰধান শাসক হৈ পৰিল। তেও শাসন কায্যৰ অনেক সংস্কাৰ সাধন কৰিছিল।

## ক্লাইস্থিনিচ

ক্লাইস্থিনিচে এথেঞ্চৰ প্ৰজা সকলৰ মাজত একতাৰ ভাব দৃঢ় কৰিলে। তদুপৰি সেই সকলক ৰাজক্ষমতাৰো সুবিধা দিলে। তেওঁ এথেঞ্চত থকা বিভিন্ন ৰাজনৈতিক দলবিলাক উঠাই দি গোটেই

এথেঞ্চক দহখন জিলাত ভাগ কৰি পেলালে। এই জিলা বিলাকক জেমচ্‌ বুলিছিল। ক্লাইস্থিনিচে এই জিলাবিলাকৰ প্ৰত্যেক খনৰে পৰাই ৫০ জনকৈ সভ্য নিৰ্ব্বাচিত কৰি ৰাজ্য-সভালৈ পঠিয়াইছিল। চতুৰ্থ শ্ৰেণীৰ লোকক তেওঁ আগতকৈ বেছি ৰাজনৈতিক ক্ষমতা দিছিল। কোনো শাসকেই যাতে স্বেচ্ছাচাৰী হবলৈ সুবিধা নেপায়, সেই উদ্দেশ্যেৰে তেওঁ প্ৰজাৰ ক্ষমতা বৃদ্ধি কৰিবৰ কাৰণে দুটা আইন প্ৰণয়ন কৰিছিল। যদি ৰাজ্য-সভা আৰু সাধাৰণ-সভাই কোনো শাসকক বেচি শক্তিশালী হৈ উঠা বুলি ভাবিছিল নতুবা স্বেচ্ছাচাৰী হোৱা বুলি বিবেচনা কৰিছিল, তেনেহলে তেওঁলোকে প্ৰজাক একত্ৰিত হবলৈ আহ্বান জনাব পাৰিছিল ; আৰু যিজন লোকক তেওঁলোকে বিপদজনক বা দেশৰ স্বাধীনতাৰ অন্তৰায় বুলি ভাবিছিল, সিজনাৰ নাম এডোখৰ খোলাত লিখি দিবলৈ অনুৰোধ কৰা হৈছিল। এইদৰে যদি কোনোজনৰ বিষয়ে ৬ হেজাৰ মানুহে মত প্ৰকাশ কৰে, তেওঁ দহ বছৰৰ বাবে এথেঞ্চ ত্যাগ কৰিব লগা হৈছিল। এই নীতিক তেওঁলোকে অষ্ট্ৰাচিজম্‌ বুলিছিল।

দ্বিতীয় নীতিয়ে ধনী সম্প্ৰদায়ক দল গঠন কৰাৰপৰা বিৰত কৰিছিল। কোনোৱে যদি বিষয়-বাব লবলৈ বিচাৰে তেনেহলে তেওঁৰ নাম প্ৰাৰ্থী হিচাবে দাখিল কৰিব লাগিছিল। তেতিয়া ভাগ্য পৰীক্ষাৰ দ্বাৰা প্ৰাৰ্থী বাছি লোৱা হৈছিল।

প্ৰজা সাধাৰণ এই নীতি প্ৰবৰ্ত্তনত সন্তুষ্ট হৈছিল কিন্তু অভিজাত সম্প্ৰদায় সদায় অসন্তুষ্ট হৈয়ে ৰ'ল। তেওঁলোকে এই গণতন্ত্ৰৰ মূল উচ্ছেদ কৰিবলৈ উঠি পৰি লাগিল। তেতিয়া তেওঁলোকে স্পাৰ্টাৰ ৰজাৰ সহায় প্ৰাৰ্থনা কৰিলে। কিন্তু ধনী সম্প্ৰদায়ৰ বিৰুদ্ধে গোটেই এথেঞ্চবাসী একগোট হৈ থিয় দিয়াৰ কাৰণে তেওঁলোকে একো কৰিব নোৱাৰিলে। ক্লাইস্থিনিচে গণতন্ত্ৰৰ ভেটি আৰু দৃঢ় কৰিলে। ইয়াৰ পিচত থেমিণ্টকোলচ্‌ আৰু এৰিষ্টাইডচ্‌ নামৰ দুজনেও এই গণতন্ত্ৰৰ

বহুত উন্নতি সাধন কৰিলে কিন্তু প্ৰকৃত সংস্কাৰক দুজন হ'ল পেৰিক্লিচ্ আৰু এফিয়ালটিচ্। তেওঁলোকৰ দিনতেই এথেঞ্চৰ গণতন্ত্ৰ শাসন-পদ্ধতিৰ সৰ্ব্বাঙ্গ উন্নতি সাধিত হয়।

## পেৰিক্লিচ্

পেৰিক্লিচ্ জান্থিপাচৰ পুতেক। জান্থিপাচ্ সৈন্যাধ্যক্ষ আছিল। পেৰিক্লিচৰ মাক আছিল এলকামিনোডে বংশৰ। পেৰিক্লিচ্ নিজেও এজন গণতন্ত্ৰ দলৰ নেতা আছিল। এথেঞ্চৰ গৌৰৱ বৃদ্ধি কৰাই তেওঁৰ একমাত্ৰ উদ্দেশ্য আছিল।

পেৰিক্লিচে সকলো ৰাজ-বিষয়াকেই বেতন দিয়াৰ ব্যৱস্থা কৰিলে। প্ৰত্যেক জন নাগৰিককে ৰাজ্য শাসন কাৰ্য্যত অংশ গ্ৰহণ কৰাৰ সুবিধা দিলে। ইয়াৰ উপৰিও তেওঁ অনেক প্ৰজাহিতকৰ কাৰ্য্য কৰিছিল।

পেৰিক্লিচৰ বাক-চাতুৰ্য্য আৰু উপস্থিত বুদ্ধিৰ প্ৰখৰতা আছিল অসাধাৰণ। তেওঁ আছিল অসাধাৰণ ব্যক্তিত্ব সম্পন্ন। তেওঁৰ ঘৰুৱা জীৱন মিতব্যয়ী আছিল। উৎসৱ সম্বন্ধীয় সামাজিক নিমন্ত্ৰণ-বিলাকলৈ তেওঁ কেতিয়াও নগৈছিল। বাহিৰত তেওঁ খুব কমেইহে ওলাইছিল।

পেলোপোনিচাচ্ যুদ্ধৰ পিচত এথেঞ্চে চিফালেনিযা আৰু চলিঅন্ নামৰ দুডোখৰ ঠাই অধিকাৰ কৰিছিল। তদুপৰি লোক্ৰাইন্ নামৰ ঠাইও জয় কৰিলে। এই যুদ্ধবিলাকত এথেঞ্চেৰ বহুতো বীৰ পুৰুষে প্ৰাণ হেৰুৱাইছিল। সেই বীৰ সকলৰেই সোঁৱৰণীত শীতকালত পুৰণি ৰীতি অনুযায়ী মৃতকৰ সৎকাৰ শ্ৰাদ্ধ পাতিছিল। যুদ্ধত পৰা বীৰসকলৰ হাড় বা অস্থি দহোটা চন্দন কাঠৰ বাকচত সুমুৱাই নগৰৰ বাহিৰত চেৰামিকাচ্ বোলা এডোখৰ ঠাইত নি কবৰ দিছিল। যিসকল লোকৰ শৱ নেপাইছিল সেইসকল মৃতকৰ কাৰণে এখন শূন্য বিচনা কাপোৰেৰে ঢাকি নিছিল। পেৰিক্লিচে নিজেই এই

সংকাৰ কাৰ্য্যৰ স্তুতি পাঠ বক্তৃতা কৰিছিল। তেওঁৰ এই স্তুতি-বিলাক পুথিৰ আকাৰত তেতিয়া ৰক্ষিত হোৱা নাছিল যদিও থুচিডাইডিচ্ নামৰ এজন ঐতিহাসিকে সেই সকলোবিলাক পেৰিক্লিচৰ মুখত পুনৰ দিছে। এই বিখ্যাত ঐতিহাসিক থুচিডাইডিচ্ সেই সংকাৰ কাৰ্য্যৰ প্ৰত্যক্ষ দৰ্শক আছিল।

পেৰিক্লিচে কৈছিল: "আমাৰ ব্যক্তিগত জীৱন আৰু সামাজিক জীৱন একেটা। আমি সকলোকে বিশ্বাস কৰোঁ। আমাৰ প্ৰতি-বেশীয়ে যিয়েই কৰক আমি বেয়া নেপাওঁ। বছৰৰ সকলো দিনতেই আমি নিয়মিত ৰূপে খেল-ধেমালি আৰু উৎসৱ আদি পালন কৰো। আমাৰ ঘৰুৱা জীৱন মাৰ্জিত আৰু সুন্দৰ। সেইবিলাকৰ পৰাই আমি মনত আনন্দ পাওঁ। আমাৰ নগৰখন বিশাল। সেইকাৰণে গোটেই পৃথিবীৰ ফল আমি ইয়াতেই লাভ কৰো। অন্য দেশৰ সুন্দৰ আহি-বিলাক আমাৰ নিজৰ দৰেই ভাল লাগে।

আমাৰ সৈন্য-শক্তি শত্ৰুপক্ষতকৈ বহু গুণে শ্ৰেষ্ঠ। আমাৰ নগৰ পৃথিবীৰ সকলোৰে কাৰণে মুকলি। আমি কোনো বিদেশী লোকক আমাৰ শিক্ষা সভ্যতাৰ পৰা বঞ্চিত নকৰো, আৰু তেওঁলোকক বহিষ্কাৰ কৰি নিদিওঁ। আমাৰ নিজৰ বাহিৰে আনৰ শক্তি সামৰ্থ্যৰ ওপৰত নিৰ্ভৰ নকৰো। আমি নিচেই সৰুৰেপৰাই কষ্টকৰ জীৱনৰ শিক্ষা লওঁ। সেয়ে আমাক সাহস যোগায। আমি সাধাৰণ জীৱন যাপন কৰিলেও সকলো ধৰণৰ বিপদৰ সন্মুখীন হবলৈ সদায়ে সাজু হৈ থাকোঁ।......আমাৰ দৰিদ্ৰতাৰ কথা খুলি কবলৈ আমি কেতিয়াও লাজ নকৰোঁ আৰু সেইবিলাক অপমানৰ কথা বুলি নেভাবো।......যি সকলে ব্যৱসায় বাণিজ্য আদিত জীৱন নিৰ্ব্বাহ কৰে সেই সকলৰো ৰাজনৈতিক জ্ঞান যথেষ্ট আছে। যিহেতু এথেনিয়ান্ সকলে নিজ ঘৰৰ সাৱধানতা লয়, তেওঁলোকে কেতিয়াও ৰাষ্ট্ৰৰ প্ৰতি অনুগত্য পাহৰি নেযায।"

ইয়াৰ পিচত পেৰিক্লিচে কৈছে ঃ "হেলেনিক্ কৃষ্টিৰ কেন্দ্ৰস্থল এথেঞ্চ। প্ৰত্যেক এথেঞ্চবাসীয়ে অতি সুন্দৰ আৰু মাৰ্জ্জিত ভাবে এই কৃষ্টি সভ্যতাৰ লগত নিজকে উপযোগী কৰি লব পাৰে। এই বিলাক সকলোৰেই দেখা কথা। ইয়াৰ কাৰণে প্ৰশংসাৰ আৱশ্যক নকৰে।......এইখনেই আমাৰ দেশ। এই দেশৰ কাৰণেই এই-সকল বীৰপুৰুষে ন্যায়ভাবে যুদ্ধ কৰি প্ৰাণ হেৰুৱাইছে। কোনো বিদেশীয়ে আহি তেওঁলোকৰ দেশ জয় কৰি লব—এইসকল বীৰপুৰুষে সেইকথা সহ্য কৰিব নোৱাৰিলে। তেওঁলোকে এই ইচ্ছা কঁৰে যে আমি জীৱিত থকা সকলেও দেশৰ কাৰণে পৰিশ্ৰম কৰিব পাৰো।"

এনে ওজস্বী বক্তৃতাৰে পেৰিক্লিচে এথেঞ্চবাসীৰ অন্তৰত দেশপ্ৰেম জগাই তুলিছিল। শোকাকুল বক্তৃতাৰে তেওঁ সামৰণি মাৰিছিল। আৰ্কোপলিচত পোৱা এটি সুন্দৰ প্ৰস্তৰ মূৰ্ত্তিয়ে আজিও সেইদিনৰ কথা সোঁৱৰাই আছে। এই মূৰ্ত্তিত এথেনা দেৱীয়ে হাতত এডাল যাঠি লৈ তাত ভেজাদি তললৈ মূৰ কৰি কিবা যেন গভীৰ চিন্তাত মগ্ন হৈ আছে। এনে ভাব হয় তেওঁ যেন দেশৰ কাৰণে প্ৰাণ বিসৰ্জ্জন দিয়া সেই নগৰবাসী সকলৰ নামবিলাক পঢ়াত ব্যস্ত।

এই পেৰিক্লিচৰ দিনতেই বাণিজ্য, শিল্প, সাহিত্য আৰু নাট্য-মঞ্চৰ উন্নতি সাধন হয়। আৰু সকলোৰেই যাতে এই নাটবিলাকৰ অভিনয় উপভোগ কৰিব পাৰে তাৰ ব্যৱস্থা পেৰিক্লিচে কৰিছিল। মঞ্চৰ যোগেদি প্ৰজাবৰ্গক সাহসী আৰু দেশহিতৈষী হবলৈ শিক্ষা দিছিল। এই সকলোবিলাক অনুষ্ঠান গঢ়ি তোলাৰ বাটত 'ডেলচ সঙ্ঘ'ই অৰ্থৰ যোগান ধৰিছিল।

## ডেলচ সঙ্ঘ

ঈজিয়ান সাগৰৰ আশে-পাশে থকা স্বাধীন ৰাষ্ট্ৰসমূহৰ দ্বাৰা এই সঙ্ঘ গঠিত হৈছিল। এই সঙ্ঘ এথেঞ্চৰ দ্বাৰা পৰিচালিত হৈছিল।

সজ্যৰ মুখ্য উদ্দেশ্য আছিল পাৰশ্যৰ কবলৰপৰা উদ্ধাৰ কৰা গ্ৰীচৰ নগৰবিলাক ৰক্ষা কৰি জাগি উঠা পাৰশ্য শক্তি খৰ্ব্ব কৰা। এই সজ্যৰ প্ৰতিনিধি সকলে সময়মতে ডেলচ মন্দিৰত গোটখাব লাগিছিল। তেওঁলোকৰ ৰাজকোষো ইয়াতেই আছিল। প্ৰত্যেক ৰাষ্ট্ৰই এই সামূহিক অনুষ্ঠানলৈ যুদ্ধজাহাজ অথবা অৰ্থ সাহায্য দিব লাগিছিল।

লাহে লাহে এথেঞ্চৰ প্ৰতিপত্তি ঈজিয়ান সাগৰৰ দ্বীপবিলাকত আৰু তাৰ আশে-পাশে থকা অন্যান্য অঞ্চল সমূহত বিয়পি পৰিল। পাৰশ্য শক্তিক ঈজিয়ান সাগৰৰ অঞ্চলবিলাকৰপৰা বহিষ্কাৰ কৰিলে। লগে লগে এথেঞ্চ ভবিষ্যতলৈ পাৰশ্য আক্ৰমণৰপৰা ৰক্ষা পৰিল।

## সামাজিক জীৱন

গ্ৰীচৰ অন্য বিলাক নগৰতকৈও আমি এথেঞ্চবাসী সকলৰ ৰীতি নীতি সম্বন্ধেহে প্ৰচুৰ কথা জানিব পাৰিছো। সেইকাৰণে এতিয় ইয়াত এথেঞ্চৰ বিষয়েইহে দুআষাৰ কোৱা হব।

এথেঞ্চৰ ভৌগোলিক অবস্থিতিৰ বিষয়ে আগতেই উল্লেখ কৰা হৈছে। ভূমধ্যসাগৰৰ পাৰৰপৰা কিছু দূৰ আঁতৰত এডোখৰ পৰ্ব্বতেৰে আবৰি ৰখা ঠাইত এথেঞ্চ অবস্থিত। আচল নগৰখন আৰ্কোপলিচ বোলা এটা পাহাৰৰ ওপৰত আছিল।

নগৰৰ বাট-পদুলিবিলাক বৰ ঠেক আছিল। ৰাজহুৱা ঘৰবিলাক ধুনীয়া। সেইবিলাকৰ সৰহভাগেই মাৰ্ব্বল পাথৰেৰে সজা। সৰ্ব্ব-সাধাৰণ প্ৰজাৰ ঘৰবিলাক আছিল সৰু। একোখন মুকলি চোতালক আগুৰি সেই ঘৰবিলাক সজা হৈছিল। ঘৰবিলাক সাধাৰণতে দুমহলীয়া। দুখীয়া লোকসকল একেলগেই বাস কৰিছিল। অত্যাৱশ্যকীয় বস্তু কেইটাৰ বাহিৰে ঘৰৰ বিশেষ সাজ-সৰঞ্জাম একো নাছিল। গোটেই দিনটো মুনিহসকলে ঘৰৰ বাহিৰত নিজৰ কামত আবদ্ধ হৈ থাকিবলগা হোৱাত সিবিলাক বস্তুৰ আৱশ্যকো নহৈছিল।

সেই সময়ত এথেন্সৰ লোকে নিচেই পুৱাতে শুই উঠি মদ-পানীত তিয়াই এডোখৰ ৰুটিহে মাত্ৰ খাইছিল। তাৰ পিচত অলপ শাৰীৰিক পৰিশ্ৰম কৰি বন্ধু-বান্ধৱ সকলৰ লগত দেখা-সাক্ষাৎ কৰিছিল। দহমান বজা সময়ৰপৰা দুপৰীয়া হোৱালৈকে তেওঁলোক ব্যৱসায় বাণিজ্যত আবদ্ধ আছিল। কেতিয়াবা এনে সময়ত যদি জনসভাৰ কাৰ্য্য আৰম্ভ হয় তেতিয়া সকলোৱে নিজ নিজ কাৰ্য্য এৰি সভাত যোগ দিছিলগৈ। দুপৰীয়া বজাৰ-হাট নাইকীয়া হলে নিজৰ ঘৰলৈ গৈ নাইবা সেই ঠাইতেই কিবা কিনি খাইছিল। কোনো নাপিতৰ দোকানৰ নাইবা কাৰোবাৰ ঘৰৰ মুকলি কোঠাত মানুহে জুম বান্ধি কথা-বতৰা হৈছিল। গধূলি সময়ৰ খেল-ধেমালি আদি অনুষ্ঠানত যোগ দিছিলগৈ। অনেকজন আকৌ সেই খেল-ধেমালি বোৰকে চাবলৈ গৈছিল আৰু গেল পাতিছিল। বেলি মাৰ যোৱাৰ পিচত প্ৰধান আহাৰ কৰিছিল। খাদ্যদ্ৰব্য বিবিধ ধৰণৰ আছিল। খাদ্যৰ ভিতৰত মাছেই আছিল প্ৰধান। তেওঁলোকৰ ভোজন অলপীয়া আছিল। চেনিৰ পৰিবৰ্ত্তে মৌ ব্যৱহাৰ কৰিছিল। সেইদিনত আজি-কালিৰ দৰে বিজুলি চাকি নাছিল। তেওঁলোকে গধূলিতেই শুই নিহ্‌পালী দিছিল।

গাঁৱলীয়া জীৱন আছিল কষ্টকৰ। বালি, ঘেঁহু, মদ-পানী আৰু জলফাই তেল—এইবিলাক দ্ৰব্য তেওঁলোকে উৎপন্ন কৰিছিল। এই সকলোবিলাক বস্তুৰ ভিতৰত জলফাই তেল আছিল প্ৰধান। তেওঁ-লোকৰ প্ৰধান কাৰ্য্য আছিল লগত কুকুৰ লৈ চিকাৰ কৰিবলৈ যোৱা। শহা, গাহৰি, হৰিণ এইবিলাক জন্তুৱেই আছিল তেওঁলোকৰ চিকাৰ।

## ধৰ্ম্ম আৰু উৎসৱ

ডিয়নিচাচ্‌ক বেকাচ্‌ও বুলিছিল। তেওঁ আছিল সুৰাপানৰ দেৱতা। তেওঁকেই শষ্য উৎপন্নৰো দেৱতা বুলি ভাবিছিল। বছৰৰ

অনেক সময়ত এই ডিয়নিচাচ্ দেৱতাৰ পূজা-অৰ্চ্চনা কৰা হৈছিল। ফেব্ৰুৱাৰী মাহৰ শেষলৈ অঞ্চেষ্টেৰীযা উৎসৱ পাতিছিল। এই উৎসৱ তিনিদিনলৈ চলিছিল। প্ৰথম দিনত মদ তৈয়াৰ হয়, দ্বিতীয় দিনা খোৱাৰ প্ৰতিযোগিতা চলে। তৃতীয় দিনা মৃতক সকলৰ প্ৰেতাত্মা আবিৰ্ভাব হোৱা বুলি কয়। তেতিয়া সেই প্ৰেতাত্মা ভূতবিলাকক খেদাবৰ কাৰণে ঘৰে ঘৰে উৎপন্ন শস্যৰপৰা খাদ্য তৈযাৰ কৰি প্ৰেতসকললৈ উছৰ্গা কৰা হৈছিল। বছৰি বছৰি যাতে অশেষ শস্য উৎপন্ন হয এই আশা কৰিছিল। এই ডিযনিচাচ্ দেৱতাৰেই অন্য এটা উৎসৱ বছৰৰ আগভাগতে পালন কৰিছিল। পথাৰৰ শস্য, ফল-মূল, একলহ মদ, এটা গছৰ ডাল আৰু এপাচি ডিমৰু লৈ শোভাযাত্ৰা কৰিছিল। তেওঁলোকে এথেনা—পৃথিবীৰ দেৱীৰ উৎসৱো পালন কৰিছিল। এই উৎসৱ তেওঁলোকে সঙ্গীত, বিবিধ খেল-ধেমালি, হোমাৰৰ কবিতা আবৃত্তি আদিৰে পালন কৰিছিল। কুমাৰী ছোৱালীবিলাকে এথেনা দেৱীৰ কাৰণে নতুন সাজ-পোছাক লৈ সমদলে সেই দেৱী মূৰ্ত্তিৰ কাষলৈ গৈছিল।

## সাজ-পাৰ

এথেন্সবাসীৰ সাজ-পাৰ নিচেই সাধাৰণ আছিল। ঘৰত থাকিলে তেওঁলোকে শুদা ভৰিৰে ফুৰিছিল। বাহিৰত হলে চটী-জোতা পিন্ধিছিল। কাপোৰ-কানি ঘৰতে তৈযাৰ কৰি লৈছিল। মতা-তিৰোতা উভযেই চিতোন নামৰ এবিধ দীঘল চোলা ব্যৱহাৰ কৰিছিল। সেইবিলাক অসমীযাৰ চাপকন চোলাৰ নিচিনাই। তিৰোতা সকলে পিন্ধা চোলাটো পুৰুষসকলে পিন্ধা চোলাতকৈ সাধাৰণতে দীঘল আছিল। শ্ৰমজীৱী লোকে এবিধ জোঙা টুপীও পিন্ধিছিল। আদিম লোকসকলে চুলি দীঘলকৈ ৰখিছিল; পিচত চুটিকৈ কটা হ'ল। তিৰোতাসকলে দীঘলকৈ চুলি ৰাখি ধুনীযাকৈ খোপা বান্ধিছিল।

মেচিডনৰ অধিবাসীসকলে ডাড়ি খুৰুৱাৰ প্ৰথা প্ৰচলন কৰে। দাৰ্শনিকসকলে স্বভাৱতে ডাড়ি ৰাখিছিল। পুৰুষসকলে খোজকাঢ়ি ফুৰোঁতে হাতত লৈ ফুৰাবপৰা এবিধ লাঠী লৈছিল।

## বিবাহ

এথেঞ্চত বিবাহ কাৰ্য্য পিতৃ-মাতৃৰ দ্বাৰাইহে নিৰ্দ্ধাৰণ কৰা হৈছিল। তেওঁলোকৰ বিবাহ কাৰ্য্যত ঈশ্বৰৰ পূজা আৰু আত্মীয় সকলক ভোজ-ভাতেৰে আপ্যায়িত কৰা হৈছিল। কন্যাক কন্যাৰ মাকে একুৰা জোৰলৈ দৰাৰ ঘৰত আগবঢ়াই থবলৈ গৈছিল। লগতে আমোদ-প্ৰমোদ কৰি এটি শোভাযাত্ৰাও গৈছিল। দৰাৰ ঘৰত লখিমী আহিছে বুলি ফল-মূল শস্যাদি আগবঢ়াই কন্যাৰ মঙ্গল কামনা কৰি অভ্যৰ্থনা কৰিছিল।

সন্তান হলে দহ দিনৰ পিচত নাম-কৰণ কৰা হৈছিল। লৰাই হওক বা ছোৱালীয়েই হওক গ্ৰীক্‌সকলৰ নাম এটাহে ৰখা হৈছিল। এথেঞ্চত লৰাৰ নিজৰ নামৰ পিচত দেউতাক, ককাক নতুবা নিজৰ জন্মস্থানৰ নাম লিখিছিল।

## শিক্ষা

লৰা-ছোৱালীৰ শিক্ষা ঘৰতেই আৰম্ভ হৈছিল। পেৰিক্লিচৰ সময়ত সৰু সৰু লৰা ছোৱালীয়ে আজিকালিৰ অনেক ধৰণৰ খেল-ধেমালি কৰিছিল। মাকেও লৰা-ছোৱালীক বৰ সাৱধানতাৰে শিক্ষা দিছিল। ঘৰুৱা শিক্ষা খিনিৰ বাহিৰে ছোৱালীক অধিক শিক্ষা দিয়া হোৱা নাছিল। গ্ৰীক্ সমাজত তিৰোতা স্বামীৰ সমকক্ষ আছিল। স্পাৰ্টাত ছোৱালীৰ শিক্ষা লৰাৰ সমানে হৈছিল। এথেঞ্চত ছোৱালীয়ে বিবাহৰ পিচত বা পূৰ্ব্বতে নিঃসঙ্গ জীৱন যাপন কৰিছিল। সাত বছৰ বয়স হলেই এথেঞ্চৰ লৰাক মাকৰ কাষৰ

পৰা নি কোনো বিশ্বাসী দাসৰ হাতত অৰ্পণ কৰিছিল। এই দাস জনেই লৰাক স্কুললৈকো লৈ যায়। ছাত্ৰৰ শিক্ষা ৰ ভিতৰত শাৰীৰিক ব্যায়াম চৰ্চ্চা আৰু সঙ্গীত বিদ্যা চৰ্চ্চাই প্ৰধান। মল্ল-যুদ্ধৰ শিক্ষা দিয়াৰ আগতে লৰাৰ গোটেই শৰীৰতেই তেল সানি দিয়া হৈছিল। খেল শেষ হোৱাৰ পিচত শৰীৰত লাগি থকা তেল গুচাই চেঁচা পানীত গা ধুওৱা হৈছিল।

গ্ৰীক্‌সকলৰ সঙ্গীত শিক্ষাৰ পৰিধি বহল। সঙ্গীত শিক্ষা সাধনত এক তাঁৰৰ বীণা আছিল প্ৰধান বাদ্য-যন্ত্ৰ। তেওঁলোকে এবিধ বাঁহীও ব্যৱহাৰ কৰিছিল। সঙ্গীতে মানবৰ নৈতিকতাৰ ওপৰত প্ৰভাব বিস্তাৰ কৰে বুলি গ্ৰীক্‌সকলে বিশ্বাস কৰিছিল। এই সঙ্গীত শিক্ষাত প্ৰথমে পঢ়া-লিখা, গণিত শাস্ত্ৰৰ শিক্ষা আদিও দিয়া হৈছিল। এথেন্সৰ ছাত্ৰই হোমাৰৰ ইলিয়াড আৰু ওডিচি মহাকাব্য কণ্ঠস্থ ৰাখিব লাগিছিল। সেই যুগত আজি-কালিৰ দৰে পুথিৰ প্ৰচলন নাছিল। চাপাখানা নোহোৱাৰ কাৰণে সকলে নিজ হাতে লিখিয়েই প্ৰকাশ কৰিব লাগিছিল। সেইকাৰণে ছাত্ৰই শিক্ষকৰপৰা মুখে মুখেই শিকি কণ্ঠস্থ কৰাৰ বাহিৰে অন্য উপায় নাছিল। ওঠৰ বছৰ বয়সত এথেন্সৰ ছাত্ৰই দুবছৰৰ কাৰণে সামৰিক শিক্ষা লব লাগিছিল। জ্ঞানবিদ্ পণ্ডিতসকলে এই এথেন্স নগৰতেই দৰ্শন-শাস্ত্ৰৰো শিক্ষা দিছিল।

## মুদ্ৰা ব্যৱহাৰ

লিডিয়ানসকলেই মুদ্ৰা প্ৰচলন কৰিছিল বুলি কোৱা হয়। সেইসকলৰপৰাই এই মুদ্ৰা প্ৰচলন প্ৰথা আয়োনিয়ান গ্ৰীক্ নগৰ বিলাকে অনুকৰণ কৰে। বিভিন্ন নগৰত বিভিন্ন ধৰণৰ মুদ্ৰা প্ৰচলিত হৈছিল। এথেন্সৰ মুদ্ৰাৰ পিঠিত এপিনে এথেনা দেৱীৰ ছবি আৰু অন্য পিঠিত দেৱীৰ বাহন ফেঁচাৰ ছবি খোদিত হৈছিল। সোণৰ

মুদ্ৰাৰ ব্যৱহাৰ নাছিল যদিও পাৰস্য দেশত প্ৰচলিত সোণৰ মুদ্ৰাৰ ব্যৱহাৰ সকলোৱে বুজিছিল।

এই যুগকে এথেঞ্চৰ সোণালী যুগ বুলি কোৱা হয়।

## থিবচ্

এথেঞ্চৰ শক্তি পৰি অহাৰ পিচত থিবচ্ নামৰ অন্য এখন নগৰ বেচ শক্তিশালী হৈ উঠিল। থিবচৰ নেতা ইপামিণ্ডাচ্ গ্ৰীচৰ এজন বিখ্যাত কৌশলী যোদ্ধা। এইজনা নেতাৰ তত্ত্বাবধানত থিবচৰ সৈন্যদলে কেইবাখনো দেশ জয় কৰিছিল। স্পাৰ্টাৰ সৈন্য-বাহিনীয়ে এইজন পুৰুষৰ হাতত পৰাজয় স্বীকাৰ কৰিছিল। এওঁৰ ওচৰত বিখ্যাত মহাবীৰ আলেকজেণ্ডাৰৰ পিতাক ৰজা ফিলিপে সামৰিক ৰণ-কৌশলৰ শিক্ষা লৈছিল। ইপামিণ্ডাচৰ মৃত্যুৰ পিচত থিবচ্ সাম্ৰাজ্যৰ গৌৰবো লোপ পালে।

## স্পাৰ্টা

দক্ষিণ গ্ৰীচৰ স্পাৰ্টা এখন জাকত জিলিকা নগৰ। লাইকাৰগাচ্ স্পাৰ্টাৰ এজন প্ৰাচীন আইন প্ৰণেতা। তেৱেঁই স্পাৰ্টাৰ শাসন-প্ৰণালী প্ৰণয়ন কৰিছিল। তেওঁৰ আইন বৰ কঠোৰ আছিল। লাইকাৰগাচৰ প্ৰধান উদ্দেশ্য আছিল সুদক্ষ অজেয় সৈন্য এদলৰ সৃষ্টি কৰা। প্ৰত্যেক জন স্পাৰ্টানে বিবাহ, নাগৰিক শিক্ষা এনেকি দৈনন্দিন জীৱনৰ প্ৰত্যেক খোজতেই ৰাষ্ট্ৰৰ কঠোৰ নিয়ম মানিব-লগীয়া হৈছিল। লাইকাৰগাচে স্পাৰ্টানসকলক অতি সাধাৰণ আৰু সৰল জীৱন যাপন কৰিবলৈ উপযুক্ত কৰি তুলিছিল। বিলাসিতা তেওঁলোকে সৰ্ব্বতোভাবে বৰ্জ্জন কৰিব লাগিছিল। দেশত যৎসামান্য লিখা-পঢ়া শিক্ষাৰ বাহিৰে অন্য শিক্ষাৰ ব্যৱস্থা নাছিল। প্ৰত্যেকজন লোককেই জন্মৰ লগে লগে পৰীক্ষা কৰা হৈছিল। সাত বছৰ বয়স হলেই মাক-দেউতাকৰপৰা নি ৰাষ্ট্ৰৰ কঠোৰ নিয়মৰ অধীনত

ৰখা হৈছিল। সেই সময়ত তেওঁলোকক কেৱলমাত্ৰ শৰীৰ চৰ্চ্চা আৰু সৈনিকৰ শিক্ষা দিয়া হৈছিল। তেওঁলোক সৈন্য-নিবাসত শুইছিল, কিন্তু জনসাধাৰণৰ লগত একেলগে আহাৰ কৰিব লাগিছিল। সেইসকলৰ বস্ত্ৰ পৰিধান অতি সামান্য আৰু খাদ্যও অলপীয়াকৈ দিয়া হৈছিল। সেই খাদ্যাভাব তেওঁলোকে চুৰি কৰি খাই আঁতৰাব লাগিছিল। ধৰা পৰিলে কিন্তু শাস্তি পাইছিল কঠোৰ। তাৰ বাবে তেওঁলোকে বেতৰ কোব সহ্য কৰিব লাগিছিল। দিনৰ অন্তত ক্ষন্তেক সঙ্গীতৰ মূৰ্চ্চনাই মাত্ৰ সান্ত্বনা দিছিল। এই সকল লোকক এনে ধৰণৰ শিক্ষা দিয়া হৈছিল যাতে প্ৰত্যেক জনেই সৈনিক জীৱনৰ সকলো দুখ কষ্ট সহজে লব পাৰে। কুৰি বছৰ বয়সত তেওঁ সৈনিক শ্ৰেণীত ভৰ্ত্তি হৈ কঠোৰ নিয়ম মানি চলিব লাগিছিল। ডেৰকুৰি বছৰ বয়সতহে তেওঁ নাগৰিক স্বত্ব পাইছিল। তেতিয়াহে তেওঁ বিয়া-বাৰু কৰাই সাংসাৰিক জীৱন আৰম্ভ কৰিব পাৰিছিল। তথাপি দিনৰ দিনটো তেওঁ সৈনিকৰ শিবিৰতেই কটাবলগীয়া হৈছিল। তেওঁলোকে জীৱনটো কেতিয়াও দুখৰ বুলি ভাবিব নোৱাৰিছিল। সেইকাৰণে সাংসাৰিক জীৱনৰ কথা স্পাৰ্টানসকলৰ অজ্ঞাত আছিল বুলিলেও বেচি কোৱা নহয়। প্ৰত্যেক ব্যক্তি ৰাষ্ট্ৰৰদ্বাৰা নিয়ন্ত্ৰিত হৈছিল। তিনিকুৰি বছৰ বয়সতহে তেওঁলোকে সামৰিক শিক্ষা আৰু শৰীৰৰ নিযমানুবৰ্ত্তিতাৰ শিক্ষাৰ পৰা অব্যাহতি পাইছিল।

নাৰী জাতিৰো পুৰুষৰ দৰেই সমানে শিক্ষা হৈছিল। বীৰ মাতৃ কৰি গঢ়ি তুলিবলৈ শৰীৰ চৰ্চ্চা শিক্ষা দিযাই প্ৰধান কাৰ্য্য আছিল। স্পাৰ্টাই নিৰ্ভীক সাহসী সৈন্য গঢ়ি তুলিছিল। এই সামৰিক শক্তিৰ প্ৰভাৱত স্পাৰ্টা দক্ষিণ গ্ৰীচৰ প্ৰধান শক্তি হৈ উঠিছিল। গ্ৰীচৰ প্ৰায় নগৰতেই প্ৰথমে ৰাজতন্ত্ৰ, তাৰ পিচত অভিজাত-তন্ত্ৰ আৰু শেষত গণতন্ত্ৰ প্ৰতিষ্ঠিত হৈছিল। গ্ৰীচৰ

নগৰ-ৰাষ্ট্ৰ গঢ়ি উঠাৰ লগে লগেই ৰাজশক্তি পৰি আছে। ৰাজশক্তিৰ ক্ষমতা হ্ৰাস হৈ অহাত ৰাজ-ক্ষমতা ক্ষুদ্ৰ সম্প্ৰদায়ৰ হাতলৈ আহিল। কিন্তু তেওঁলোকৰ শাসন প্ৰণালী বৰ অত্যাচাৰী হোৱাৰ কাৰণে নগৰৰ জনসাধাৰণ তেওঁলোকৰ বিৰুদ্ধে থিয় হ'ল। অন্তত গণতন্ত্ৰ প্ৰতিষ্ঠিত হ'ল। এথেঞ্চতো প্ৰথমে ৰাজতন্ত্ৰ চলিছিল, পিচত গণতন্ত্ৰ প্ৰতিষ্ঠিত হয়।

স্পাৰ্টাৰ শাসন প্ৰণালী আৰু নগৰৰ প্ৰধান ক্ষমতা পাঁচজন শাসনকৰ্ত্তাৰ ওপৰত ন্যস্ত হৈছিল। তেওঁলোক বেচি ক্ষমতাশালী আছিল। এই সকলক এফৰ্চ্‌ বুলিছিল। স্পাৰ্টাত দুজন ৰজা আৰু এখন মন্ত্ৰীসভা আছিল। দুজন ৰজাৰে সৈতে এই মন্ত্ৰী-সভাৰ সৰ্ব্বমুঠ সভ্য আছিল ৩০ জন। সভ্য কেইজন ৬০ বছৰ বয়সৰ ওপৰ হব লাগিছিল। সেই সকল সভ্যক অভিজাত বংশৰ পৰা নিৰ্ব্বাচিত কৰিলোৱা হৈছিল। এই সভা খনক পৰামৰ্শদাতা সভা বুলিও কব পাৰি। এই সভায়ে স্পাৰ্টাৰ অপৰাধী ব্যক্তিৰ মোকৰ্দ্দমাও বিচাৰ কৰিছিল।

আৰু এখন সভা আছিল। এই খনক সাধাৰণ সভা বুলিছিল। এই সাধাৰণ সভাৰ একোজন সভ্যৰ বয়স ৩০ বছৰ হব লাগিছিল। এই সভা প্ৰত্যেক মাহতেই বহিছিল। এই সভায়ে মন্ত্ৰী-সভাৰ সভ্য কেইজন, শাসনকৰ্ত্তা পাচজন আৰু অন্যান্য বিচাৰক সকলক নিৰ্ব্বাচিত কৰিছিল। যুদ্ধ বা শান্তিৰ বিষয়েও স্থিৰ মীমাংসা কৰিব পাৰিছিল। প্ৰত্যেক স্পাৰ্টাবাসীয়েই এই সাধাৰণ সভাৰ সভ্য হব পাৰিছিল।

## মেচিডন

গ্ৰীচৰ উত্তৰ পিনে মেচিডন নামৰ এখন ৰাজ্য আছিল। কোনো কোনো ঐতিহাসিকৰ মতে গ্ৰীচ ৰাজ্যগোষ্ঠীৰপৰা মেচিডন

এখন স্বতন্ত্ৰ ৰাজ্য আছিল। এই মেচিডনৰ ৰজা আছিল দিগ্‌বিজয়ী আলেকজেণ্ডাৰৰ পিতাক ফিলিপ। ফিলিপ মেচিডনৰ সিংহাসনত আৰোহণ কৰাৰ লগে লগে এই ৰাজ্যৰ গৌৰৱো বৃদ্ধি হৈছিল। ফিলিপ আছিল ৰাজ্যলোভী আৰু প্ৰকৃত যোদ্ধা। তেওঁ সমগ্ৰ গ্ৰীচ অধীনস্থ কৰিবলৈ সঙ্কল্প কৰিছিল। কিন্তু ডেমস্থিনিচ্‌ নামৰ এজন বাগ্মী-বীৰৰ অসাধাৰণ বাক্‌চাতুৰ্য্যৰ কাৰণে সহজতে এথেঞ্চ জয় কৰিব পৰা নাছিল। ফিলিপে যেতিয়া এথেঞ্চ জয় কৰিবলৈ আহে তেতিয়া এই বাগ্মীবীৰৰ তেজস্বী বক্তৃতাই এথেঞ্চবাসীক ফিলিপৰ বিৰুদ্ধে অস্ত্ৰ ধৰিবলৈ উত্তেজিত কৰি তুলিছিল। কিন্তু ৩৩৮ খৃঃ-পূৰ্ব্বত কেৰোণীয়া নামে ঠাইত ফিলিপৰ হাতত পৰাজয় হ'ল। সেই সময়ৰপৰা তেওঁৰ মৃত্যুলৈকে সমগ্ৰ গ্ৰীচ ফিলিপৰ অধীনত আছিল। ফিলিপৰ জীয়েকৰ বিবাহ উৎসৱৰ দিনা পসেনীয়াচ নামৰ এজন সেনাধ্যক্ষই ফিলিপক হত্যা কৰিলে। ফিলিপেই প্ৰথমে সৰু সৰু ৰাজ্যবিলাক জয় কৰি সমগ্ৰ গ্ৰীচক একতা সূত্ৰৰে বান্ধি এখন বিৰাট ৰাজ্য গঢ়ি তুলিবৰ চেষ্টা কৰিছিল।

ফিলিপৰ মৃত্যুৰ পিচত আলেকজেণ্ডাৰ মেচিডনৰ ৰজা হ'ল। সেই সময়ত তেওঁৰ মাত্ৰ কুৰি বছৰ বয়স আছিল। সৰুৰে পৰাই তেওঁৰ ইচ্ছা আছিল ৰজা হৈ তেওঁ সমগ্ৰ বিশ্ব জয় কৰিব আৰু গ্ৰীক্‌ সভ্যতা দেশে দেশে প্ৰচাৰ কৰিব। মনৰ সেই আকাঙ্ক্ষা পূৰ্ণ কৰিবৰ অৰ্থে সৰু কালৰেপৰাই অতি আগ্ৰহেৰে তেওঁ যুদ্ধ বিদ্যা আৰু অন্যান্য বিষযেও জ্ঞান অৰ্জ্জন কৰিছিল। পিতাক ফিলিপে আলেকজেণ্ডাৰৰ শিক্ষাৰ ভাৰ বিখ্যাত দাৰ্শনিক এৰিষ্টটোলৰ হাতত দিছিল। ৰজা হৈ তেওঁ গ্ৰীচৰ ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্যৰ যি বিলাকে মেচিডনৰ বিৰুদ্ধে থিয় হৈছিল সেইবিলাক দমন কৰি পাৰশ্যৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিলে। প্ৰথমে তেওঁ পাৰশ্যৰ ৰজা তৃতীয় ডেৰায়ুচৰ ৰাজ্য আক্ৰমণ কৰিলে। এই যুদ্ধত পাৰশ্যৰ ৰজা

পৰাস্ত হ'ল। তেওঁৰ সৈন্যবাহিনীও পলাই ছত্ৰভঙ্গ দিলে। ইয়াৰ পিচত তেওঁ টায়াৰ নামৰ এখন নগৰ আক্ৰমণ কৰিলে। এই যুদ্ধত জয়লাভ কৰি তেওঁ জেৰুজেলামলৈ আহিল। তাৰ পিচত মিচৰ পালেহি। মিচৰ দেশ তেতিয়া পাৰশ্যৰ অধীনত আছিল। এই দুয়ো ৰাজ্যৰ প্ৰজাই পাৰশ্য ৰজাৰ অত্যাচাৰত জুৰুলা হৈ পৰিছিল। তেওঁলোকে আলেক্‌জেণ্ডাৰক সমৰ্থন কৰিলে। ইয়াৰ পিচত তেওঁ বেবিলন পালেহি। আলেকজেণ্ডাৰৰ যুদ্ধ যাত্ৰাৰ বাতৰি পাই তৃতীয় ডেৰায়ুচ যুদ্ধৰ বাবে সাজু হৈ আছিল। টাইগ্ৰিচ্ নদীৰ কাষত আকৌ যুদ্ধ হ'ল। পাৰশ্য সৈন্য ইয়াতো পৰাজয় হ'ল। সেইসময়ত পাৰশ্য দেশৰ ৰাজধানী পাৰ্চেপলিচ্ ধনে-জনে পৰিপূৰ্ণ অতুল ঐশ্বৰ্য্যশালী নগৰ আছিল। আলেকজেণ্ডাৰে পাৰ্চে-পলিচত পাৰশ্যৰ ৰজা প্ৰথম ডেৰায়ুচে সজোৱা ৰাজকাৰেং পুৰি ধ্বংস কৰি এথেঞ্চৰ মন্দিৰ ধ্বংস কৰাৰ প্ৰতিশোধ ললে। ইয়াৰ পিচত তেওঁ ভাৰতৰ অভিমুখে যুদ্ধ যাত্ৰা কৰিলে। হিন্দুকুশ পৰ্ব্বত অতিক্ৰম কৰি কাবুলেদি সোমাই ভাৰতবৰ্ষ পাইছিলহি। ভাৰতত পঞ্চনদৰ ৰজা পুৰুৱে আলেকজেণ্ডাৰৰ গতিৰোধ কৰিলে। যুদ্ধত কিন্তু আলেকজেণ্ডাৰ আৰু আগবাঢ়িব নোৱাৰিলে। এই যুদ্ধ জয়ৰ পিচত তেওঁ নিজ দেশলৈ ঘূৰি যাওঁতে বেবিলনত তেওঁৰ মৃত্যু হ'ল। তেওঁৰ মৃতদেহ মূল্যবান কফিনত ভৰাই আলেক-জেন্দ্ৰীয়া নগৰত ৰাখিছিল। মিচৰৰ অধিবাসীয়ে তেওঁৰ মৃতদেহৰ প্ৰতি দেৱতা সদৃশ জ্ঞান কৰিছিল। আলেকজেণ্ডাৰৰ মৃত্যুৰ পিচত তেওঁৰ বিজিত ৰাজ্যবিলাক তেওঁৰ সেনাপতি সকলৰ ভিতৰতে ভাগ হ'ল। মিচৰ, বেবিলন, এচিয়া মাইনৰ জেৰুজালেম আদি ৰাজ্যবিলাক পুনৰ স্বাধীন হ'ল যদিও মেচিডনৰ শক্তি অক্ষুণ্ণ হৈয়ে ৰ'ল।

পালিচপাৰচন্ নামৰ এজন বয়োবৃদ্ধ সেনাপতিয়ে আলেকজেণ্ডাৰৰ

মুমলীয়া পুতেকৰ নামত ৰাজকাৰ্য্য চলাইছিল। পিচত এই এন্টি-পিটাৰৰ পুতেক কাচান্দাৰে মুমলীয়া আলেকজেণ্ডাৰক বধ কৰি সিংহাসন কাঢ়ি ললে। এই কাচান্দাৰ আছিল আলেকজেণ্ডাৰৰ অশ্বাৰোহী সৈন্যৰ অধিনায়ক। কাচান্দাৰৰ মৃত্যুৰ পিচত মেচিডনৰ সিংহাসনৰ বাবে খোৱা-কামোৰা লাগিল। ডেমিট্ৰিয়াচ্, পাইৰাচ্ আৰু লাইচিমাকাচ্ এই কেইজনে ইজনৰ পিচত সিজনকৈ সিংহাসনত উঠে। ইয়াৰ পিচৰ ৰজাজন হ'ল পঞ্চম ফিলিপ। তেওঁৰ দিনতেই মেচিডনে ৰোমৰ ক্ষমতাৰ সন্মুখীন হবলগীয়া হৈছিল। চাইনোচেফালৰ যুদ্ধত তেওঁ ৰোমান সকলৰ হাতত সম্পূৰ্ণ পৰাজয় হোৱাত গ্ৰীচৰ সকলোবিলাক ৰাষ্ট্ৰই স্বাধীনতা ঘোষণা কৰিলে। পাৰচিউচ্ মেচিডনৰ শেষ ৰজা। ৰজা হৈয়ে তেওঁ ৰোমানসকলৰ বিপক্ষে যুদ্ধ ঘোষণা কৰিলে। কিন্তু পিনাৰ যুদ্ধত মেচিডনৰ পৰাজয হ'ল। লগে লগে মেচিডনৰ ক্ষমতা ভাগি পৰিল। মেচিডন ৰোমান সকলৰ অধীনলৈ আহিল।

## যুদ্ধ-বিগ্ৰহ

গ্ৰীচৰ ইতিহাস যুদ্ধ-বিগ্ৰহ, ঘৰুৱা কন্দল আৰু বিদ্ৰোহৰ ইতিহাসেই পৰিপূৰ্ণ আছিল। গ্ৰীক্‌সকল কেইবাখনো যুদ্ধৰ সন্মুখীন হবলগীয়া হৈছিল। সেই সকলৰ ভিতৰত (১) মাৰাথন (২) থাৰ্মোপলি আৰু (৩) চলোমিচ প্ৰধান।

## মাৰাথনৰ যুদ্ধ

পাৰশ্যৰ সম্ৰাট চাইৰাচে এচিয়া মাইনৰৰ উপকূলত অৱস্থিত লিভিয়া ৰাজ্য আক্ৰমণ কৰে; আৰু লিভিযাৰ ৰজা ক্ৰোচাচক পৰাস্ত কৰি সেই ৰাজ্য নিজৰ অধীনলৈ আনিলে। লগে লগে লিভিয়াৰ অধীনত থকা এচিয়া মাইনৰৰ গ্ৰীক্ ৰাষ্ট্ৰবিলাকো পাৰশ্য

ৰজাৰ অধীনলৈ আহিল। পাৰশ্যৰ তৃতীয় সম্ৰাট ডেৰায়ুচৰ ৰাজত্ব-কালত এচিয়া মাইনৰৰ গ্ৰীক্ উপনিবেশবাসীৰ মাজত বিদ্ৰোহে দেখা দিলে। এই বিদ্ৰোহকেই আইওনিয়ান বিদ্ৰোহ বুলি কয়। এথেঞ্চকে আদি কৰি গ্ৰীক নগৰসমূহেও এই বিদ্ৰোহত যোগ দিছিল। এথেঞ্চবাসীয়ে পাৰশ্য সাম্ৰাজ্যৰ এচিয়া মাইনৰ অঞ্চলৰ ৰাজধানী চাৰদিজ নগৰ পুৰি ভস্মীভূত কৰিলে। সম্ৰাট ডাৰায়ুচে এথেঞ্চক শাস্তি দিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল। এথেঞ্চৰ প্ৰায় ২২ মাইল উত্তৰ-পূবে মাৰাথন নামৰ এখন ঠাইত ডাৰায়ুচৰ চল্লিচ হেজাৰ সৈন্যই চাউনী পাতিলে। এথেঞ্চৰ সৈন্যসংখ্যা আছিল মাত্ৰ ন হেজাৰ। প্লেটিয়া চহৰৰপৰা এহেজাৰ সৈন্য আহি এথেঞ্চৰ লগত যোগ দিলেহি। এই দহ হেজাৰ সৈন্যই দাৰায়ুচৰ চল্লিচ হেজাৰ সৈন্যৰ লগত মাৰাথন ৰণক্ষেত্ৰত উপস্থিত হলহি। গ্ৰীক্ সৈন্যই পাৰশ্য ৰজাৰপৰা ৰক্ষা পাবলৈ প্ৰাণপণে জীৱন মৰণক তুচ্ছ জ্ঞান কৰি যুদ্ধ কৰিলে। গ্ৰীকৰ হাতত বহুতো পাৰশ্য সৈন্যই প্ৰাণ এৰিলে, বহুতে আকৌ পলাইহে ৰক্ষা পালে। মিলটিযাদিচ্ আছিল এথেঞ্চৰ এজন প্ৰসিদ্ধ যোদ্ধা। তেৱেঁই এই মাৰাথন যুদ্ধত বিশেষ কৃতিত্ব দেখুৱাইছিল। এওঁৰ মৃত্যুৰ পিচত থেমিষ্টকোল্‌চ্ নামৰ অন্য এজন নেতাই এথেঞ্চৰ নৌ-শক্তি শক্তিশালী কৰি তুলিছিল। মাৰাথন যুদ্ধত পাৰশ্য সৈন্য পৰাজয় হ'ল। সম্ৰাট ডাৰায়ুচে এইবাৰ নিজে যুদ্ধ পৰিচালনা কৰি এথেঞ্চক পৰাস্ত কৰিবৰ বাবে দৃঢ়প্ৰতিজ্ঞ হ'ল। কিন্তু মাৰাথন যুদ্ধৰ কিছুদিনৰ পিচতেই তেওঁৰ মৃত্যু হ'ল।

## থাৰ্মোপলিৰ যুদ্ধ

ডাৰায়ুচৰ পুত্ৰ জাৰকচেচ্ ইৰাণৰ সম্ৰাট হৈ পিতাৰ অপূৰ্ণ প্ৰতিজ্ঞা ৰক্ষা কৰিবৰ বাবে নিজেই এক বিৰাট সৈন্য-বাহিনী লৈ এথেঞ্চ আক্ৰমণ কৰিবলৈ যাত্ৰা কৰিলে। ইপিনে থাৰ্মোপলি নামৰ

গিৰিপথত গ্ৰীক্ সৈন্যই পাৰশ্য সৈন্যৰ বাবে বাট চাই আছিল। পাৰশ্য সৈন্য কেইবাবাৰো গ্ৰীক্ সৈন্যৰ হাতত পৰাজিত হৈছে। কিন্তু এইবাৰ এপিয়াল্‌টিচ্ নামৰ এক গ্ৰীক্ বিশ্বাসঘাতকে পাৰশ্য ৰজাক থাৰ্মোপলিলৈ যাব পৰা অন্য এটা পথৰ সন্ধেদ দিলে। সেইবাটেদিয়ে এইবাৰ পাৰশ্য সৈন্য গৈ থাৰ্মোপলিত গ্ৰীক্ সকলক পৰাস্ত কৰিলে। থাৰ্মোপলিৰ যুদ্ধৰ পৰাজয়ৰ সংবাদ পাই গ্ৰীক্ জাহাজবিলাক এথেন্সৰ পিনে ৰাওনা হ'ল; আৰু সেই ঠাইৰপৰা গ্ৰীচৰ সকলোবিলাক তিৰোতা বৃদ্ধ আৰু শিশু ওচৰে-পাজৰে থকা দ্বীপ বিলাকলৈ লৈ গ'ল। সম্ৰাট জেৰাক্‌চেচে তেওঁৰ বিপুল সৈন্যবাহিনী লৈ জনশূন্য এথেন্স নগৰত উপস্থিত হ'ল। কেবল চহৰৰ এটি পাহাৰৰ ওপৰৰ মন্দিৰত থকা কেইজনমান গ্ৰীকে একেলগ হৈ জেৰাক্‌চাচক বাধা দিছিল। জেৰাকচাচে এওঁলোকক বন্দী কৰি নিজ দেশ পাৰশ্যলৈ নি হত্যা কৰিলে। এই থাৰ্মোপলি যুদ্ধত স্পাৰ্টাৰ ৰজা লিয়নিদাচে গ্ৰীক সৈন্য পৰিচালনা কৰিছিল। তেওঁ এজন বিখ্যাত বীৰপুৰুষ আছিল। তেওঁ যুদ্ধ-ক্ষেত্ৰতে প্ৰাণ হেৰুৱাইছিল। তেওঁৰ বীৰত্বৰ চিহ্ন স্বৰূপে থাৰ্মোপলিৰ বাটচ'ৰাৰ মুখতে মাৰ্ব্বল পাথৰৰ সজা এটা সিংহৰ প্ৰতিমূৰ্ত্তিয়ে আজিও তেওঁৰ বীৰত্বৰ চিনাকী দিছে।

## চালামিচৰ যুদ্ধ

চালামিচ দ্বীপত অধিক সংখ্যক গ্ৰীক বাস কৰিছিল। সেইকাৰণে এই দ্বীপ আক্ৰমণ কৰিবৰ কাৰণে জেৰাক্‌চাচে সকলোবিলাক যুদ্ধ-জাহাজ পঠিয়াইছিল। দুয়ো পক্ষৰ মাজত ভীষণ নৌ-যুদ্ধ আৰম্ভ হ'ল। নৌ-যুদ্ধত গ্ৰীক সকল জয়ী হ'ল। পাৰশ্য সৈন্য পৰাজয় হোৱাত পাৰশ্য-ৰাজে লৰালৰিকৈ এথেন্স এৰি ইৰাণ অভিমুখে ৰাওনা হ'ল। সকলো চেষ্টা কৰিও তেওঁ ক্ষুদ্ৰ গ্ৰীক্ ৰাষ্ট্ৰ

বিলাকৰ একো ক্ষতি কৰিব নোৱাৰিলে। পাৰশ্য সৈন্যক পৰাস্ত কৰি এথেঞ্চবাসী আকৌ তেওঁলোকৰ নগৰলৈ উভতি আহিল। আহিয়েই নগৰৰ চাৰিওকাষে গড় মাৰি পেলালে। ৰাজনীতিজ্ঞ জননায়ক থেমিষ্টোক্লেচৰ কৃতিত্বত এথেঞ্চবাসী বিপদৰপৰা ৰক্ষা পৰিল। এইজনা লোকৰ প্ৰতিভা আৰু কৌশলৰ গুণতেই এথেঞ্চৰ ভবিষ্যৎ নৌ-সাম্ৰাজ্য স্থাপিত হৈছিল।

## পেলোপোনেচাচৰ যুদ্ধ

ইয়াৰ পিচত এথেঞ্চৰ শক্তি ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে। শিল্প, কলা, সাহিত্য এই সকলো ক্ষেত্ৰতে এথেঞ্চৰ প্ৰতিপত্তি ঈজিয়ান্ সাগৰৰ দ্বীপ আৰু তাৰ আশে পাশে থকা অঞ্চলত বিয়পি পৰিল। এতিয়া এথেঞ্চৰ শক্তি হ্ৰাস কৰিবলৈ অন্যান্য গ্ৰীক্ ৰাষ্ট্ৰবিলাক বিশেষকৈ স্পাৰ্টাৰ অধিবাসীসকল সাজু হ'ল। আকৌ গৃহযুদ্ধ আৰম্ভ হ'ল। এই যুদ্ধক পেলোপোনেচাচৰ যুদ্ধ বুলি কোৱা হয়।

এই যুদ্ধ বহুদিন ধৰি চলিছিল। স্থল-যুদ্ধত স্পাৰ্টাই কৃতিত্ব দেখুৱাইছিল কিন্তু নৌ-যুদ্ধত এথেঞ্চৰ ক্ষমতাহে বেচি আছিল। এথেঞ্চৰ বিশাল নৌ-বাহিনী আগবাঢ়ি আহিল। কিন্তু স্পাৰ্টা আৰু চিৰাকিউজ নগৰৰ মিলিত প্ৰচেষ্টাই এথেঞ্চবাসীৰ এই বিৰাট অভিযান ব্যৰ্থ কৰিলে। এথেঞ্চ সাম্ৰাজ্যৰ শক্তি ক্ৰমে পৰি আহিল। লগে লগে থিবচ্ নামৰ অন্য এখন নগৰ শক্তিশালী হৈ পৰিল। এই থিবচ্ নগৰৰ বিষয়ে আগতেই কৈ অহা হৈছে।

## গ্ৰীচৰ শেষ কথা

ইমান সময়ে প্ৰাচীন গ্ৰীচৰ ইতিহাসৰ কথা বিলাককেই কৈছিলো। তোমালোক যেতিয়া ডাঙৰ হবা তেতিয়া এই গ্ৰীচদেশৰ

বিস্তৃত ইতিহাস পঢ়ি এই ইতিহাস যে কিমান চিত্তাকৰ্ষক সেই কথা বুজিব পাৰিবা।

আগতেই কৈছো যে গ্ৰীচ দেশ বহুতো স্বাধীন নগৰ-ৰাষ্ট্ৰত বিভক্ত আছিল। ইয়াৰ ভিতৰত এথেঞ্চেই আছিল প্ৰধান। কাৰণ তেওঁলোক আছিল স্বাধীন, মুক্ত। কিন্তু তেওঁলোকৰ ভিতৰত সদায়ে কাজিয়া-পেচাল লাগি আছিল। সেইবাবে এই দুৰ্ব্বলতাৰ সহায়কে লৈ ৰোমানসকলে গ্ৰীক্ সকলক পৰাস্ত কৰি তেওঁলোকৰ সাম্ৰাজ্যৰ 'অন্তৰ্ভুক্ত কৰে। গ্ৰীক্ সকলে পৰাজয় স্বীকাৰ কৰাৰ পিচত নিজ সংস্কৃতি আৰু ভাবধাৰাৰে ৰোমান সকলক প্ৰভাবান্বিত কৰে। সুসভ্য গ্ৰীক্‌সকলে ৰোমান বিজেতাসকলক বহুতো নজনা কথা শিকাই দিলে। গ্ৰীক্ সভ্যতা-সংস্কৃতি ৰোমানসকলে গ্ৰহণ কৰিলে। বাইজেনটিন ৰোমানে গ্ৰীক্ ধৰ্ম্ম, ৰীতি-নীতি সংস্কৃতিৰ প্ৰভাব অধিক ভাবে লব পাৰিছিল। খৃষ্টীয় পঞ্চদশ শতিকাৰপৰা প্ৰায় চাৰি শ বছৰ জুৰি গ্ৰীচ তুৰ্কী সাম্ৰাজ্যৰ অধীন হৈ আছিল। তেতিয়াও তেওঁলোকে নিজস্ব ভাষা, শিক্ষা সভ্যতা একোৱেই পাহৰি যোৱা নাছিল। স্বাধীনতাপ্ৰিয় গ্ৰীক্‌সকলে আকৌ স্বাধীন হবলৈ যত্ন কৰিলে।

ফৰাচী বিপ্লবৰ ঠিক পিচতেই গ্ৰীক্ সকলেও তুৰ্কী সাম্ৰাজ্যৰ অধীনৰপৰা নিজক মুক্ত কৰিবলৈ দেশজুৰি বিপ্লব আনিলে। তুৰ্কী সাম্ৰাজ্য সেই সময়ত দুৰ্ব্বল হৈ পৰিছিল। পিচত ১৮২১ খৃষ্টাব্দত গ্ৰীচৰ স্বাধীনতা ঘোষণা কৰা হ'ল। এই নেতা জনৰ নাম আছিল আলেকজেণ্ডাৰ হিপচিলান্টি। এই বিপ্লবৰ পিচত সাত বছৰ জুৰি তুৰ্কীৰে সৈতে গ্ৰীকৰ যুদ্ধ লাগি আছিল। তুৰ্কীৰ লগতে মিচৰ বা ইজিপ্তেও যোগ দিছিল। আনপিনে ৰাচিয়া, ইংলণ্ড, ফ্ৰান্সেও গ্ৰীচৰ প্ৰতি সহানুভূতি দেখুৱাইছিল। শেষত নাভাৰিনো নামৰ জলযুদ্ধত ইজিপ্তৰ আৰু তুৰ্কীৰ সকলো যুদ্ধ-জাহাজ ধ্বংস হল। ১৮২৯

খৃষ্টাব্দত গ্ৰীচৰ স্বাধীনতা সকলোৱেই স্বীকাৰ কৰিলে; ইংলণ্ডৰ মহাৰাণী ভিক্টোৰীয়াৰ পৰামৰ্শ অনুযায়ী গ্ৰীক্ সকলে ডেনমাৰ্কৰ ৰাজকুমাৰ প্ৰথম জৰ্জ্জক সিংহাসনত বহুৱালে।

## গ্ৰীক দৰ্শন, শিল্প-কলা, স্থাপত্য বিদ্যা

খৃষ্ট-পূৰ্ব্ব ৫০০ বছৰৰ আগৰ গ্ৰীক্ সভ্যতাক সকলোৱেই শ্ৰেষ্ঠ সভ্যতা বুলি বিবেচনা কৰে। খৃঃ-পূঃ প্ৰায় ৪৮০ৰ পৰা খৃঃ-পূঃ ৩০০ বছৰলৈকে এই ১৫০ বছৰ কাল এথেঞ্চ নগৰৰ সভ্যতা উচ্চ শিখৰলৈ উঠে। এই সভ্যতা প্ৰায় ২০০ বছৰ কাল বিয়পি আছিল। গ্ৰীচৰ এই সভ্যতা পুৰুষানুক্ৰমে চলি আহিছিল।

জ্ঞান বিজ্ঞান দৰ্শন সাহিত্য এই সকলো বিষয়তেই গ্ৰীকসকল শ্ৰেষ্ঠ আছিল। কেইজনমান উল্লেখযোগ্য ব্যক্তিৰ নাম মাত্ৰ ইয়াত উল্লেখ কৰা হৈছে। হিপোক্ৰেটাচ প্ৰথম আৰু প্ৰসিদ্ধ চিকিৎসক; প্ৰধান আৰু প্ৰসিদ্ধ বুৰঞ্জীবিদ আছিল হিৰোডোটাচ্ আৰু আনজন থুচিডাইডিচ্। প্ৰথমতে গ্ৰীকসকলেই জ্যামিতি শিক্ষা আৰম্ভ কৰে। চক্ৰেটিচ আৰু তেওঁৰ শিষ্য প্লেটো আৰু এৰিষ্টটল পৃথিৱীৰ ভিতৰতেই শ্ৰেষ্ঠ দাৰ্শনিক। প্লেটো, এৰিষ্টটলৈ চক্ৰেটিচৰ দৰ্শন সম্বন্ধীয় কথা-বতৰা বিলাক পুথি আকাৰেৰে লিখি ৰাখিছিল। এইকেইখন পুথি আজিৰ যুগতো মানুহে আগ্ৰহেৰে পঢ়ে। এৰিষ্টটল্ এজন অনুসন্ধিৎসু লোক আছিল। গ্ৰহ-নক্ষত্ৰ, অন্যান্য বস্তু, মনোবিজ্ঞান আদিৰ সম্বন্ধে, তদুপৰি বিভিন্ন জাতিৰ পশু আৰু মানুহৰ জীৱনৰ উদ্দেশ্য কেনেকুৱা হোৱা উচিত এই সকলো বিষয় লৈ চিন্তা কৰিছিল।

গ্ৰীকসকল সকলো কলা-বিদ্যাতেই পাৰ্গত আছিল। বিশেষকৈ নাটক আৰু মূৰ্ত্তি নিৰ্ম্মাণ কাৰ্য্যত নিপুণ আছিল। এথেঞ্চৰ নাট্যকাৰ একোইলাচ্, চফক্লিচ, ইউৰিপিডিচ্ এইসকলৰ নাম বিখ্যাত

নাট্যকাৰ হিচাপে উল্লেখযোগ্য। চফক্লিচ আৰু একোইলাচ্ এই দুজন নাট্যকাৰৰ নাটকবিলাকত মানৱ জীৱন কেনেকৈ অদৃষ্ট আৰু দেৱতাৰ দ্বাৰা পৰিচালিত হয় তেনে ধৰণৰ ভাব পৰিলক্ষিত হয়। তিৰোতা মানুহৰ জীৱনৰ মান কেনেকুৱা উন্নত হোৱা উচিত, ভৃত্য-সকলক কেনেকৈ মৰমৰ চকুৰে চাব লাগে আৰু দুখীয়া বা দুৰ্ভগীয়া লোকসকলৰ প্ৰতি কেনেকুৱা সদয় হোৱা উচিত এনে ধৰণৰ ভাব ইউৰিপিডিচৰ লিখনিত প্ৰকাশ পাইছে। এৰিষ্টোফেঞ্চ আছিল হাস্যৰসিক নাট্যকাৰ।

স্থাপত্য বিদ্যাতো গ্ৰীক্ সকলৰ দান লেখত লবলগীয়া। গ্ৰীক্ সকলৰ লিখা পুথি তেওঁলোকৰ সজা ৰাজমহল আৰু অনেক শৈল-মূৰ্ত্তি আজিও পৃথিবীৰ ভিতৰতেই বহুমূলীয়া সম্পত্তি। অনেকবোৰ আজিও যত্নৰে সংৰক্ষিত হৈছে। তেওঁলোকৰ সংৰক্ষিত মূৰ্ত্তিবিলাক সাধাৰণ জাক-জমকতাহীন যদিও বহুমূলীয়া সম্পত্তি হিচাবে পৰিগণিত হৈছে।

প্ৰধান চিত্ৰকৰ থেচ্‌চৰ পলিগ্‌নটাচ্। তেৱেঁই এথেঞ্চ নগৰৰ বেৰত ট্ৰয় নগৰৰ ধ্বংস-কাহিনী অনেক চিত্ৰৰে সুশোভিত কৰিছিল। জিউক্‌চিচ্ নামৰ অন্য এগৰাকী শিল্পীয়ে ট্ৰয় নগৰৰ হেলেনৰ ছবিহে আঁকিছিল মাত্ৰ। এপেলাচ্ আছিল গ্ৰীচৰ অন্য এজন প্ৰসিদ্ধ চিত্ৰকৰ